# জীৱন স্মৃতি

আৰু

# কামৰূপী সমাজ

পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী



১৯৭১ চন

# 'Jeevan Smriti aroo Kamrupi Samaj

*A memoir dealing with evolution of the Social Systems of North Kamrup written in the form of autobiography by Pandit Pratap Chandra Goswami, Vidyaratna, Vidyabisarad, Dharmabhusan and published by Dr. P. Goswami, Khanapara, Gauhati-22.*

**First Edition—1971**
**Price : Rs. 3·00**

* * *

প্ৰকাশক :

ডাঃ প্ৰতুল গোস্বামী
খানাপাৰা, গুৱাহাটী ২২

* * *

প্ৰথম প্ৰকাশ—১৯৭১

* * *

* * *

বেটুপাত শিল্পী : শ্ৰীঅৱনী বৰপাত্ৰ গোহাঁই
বেটুপাত মুদ্ৰন— শ্ৰীগুৰু প্ৰেছ, গুৱাহাটী—১১

* * *

**অগ্নিবৰ্ণী প্ৰেছ, গুৱাহাটী-৮** ত মুদ্ৰিত।

* * *

মূল্য—তিনি টকা মাত্ৰ

# —নিবেদন—

আত্মজীৱনী আৰু জীৱনী সাহিত্যৰ এটি ঐতিহাসিক মূল্য আছে, এইটো বিশেষকৈ সত্য যদি জীৱনী সাহিত্য সমালোচনা পূৰ্ণ হয় আৰু যদি তাত সামাজিক ব্যৱস্থাৰ বৰ্ণনা থাকে। "জীৱন স্মৃতি আৰু কামৰূপী সমাজ" তেনে এখন পুথি আৰু এইখন পুথি কেৱল জীৱনী বা আত্মজীৱনী নহয়; এইখন কিতাপত লিখকৰ নিজা কথাৰ বিশদ বিৱৰণীৰ পৰিবৰ্ত্তে আজিৰ পৰা ৫০।৭৫ বছৰ আগৰ কামৰূপী বিশেষকৈ উত্তৰ কামৰূপী সমাজ ব্যৱস্থাৰ বিবৰ্ত্তন বিবৰণীহে পোৱা যায়। যি কোনো প্ৰত্নতাত্বিকে এই কিতাপখনিত সেয়ে গৱেষণাৰ যথেষ্ট সম্বল পাব বুলি আশা কৰো।

এইখন কিতাপৰ লিখক পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী দেৱ সংস্কৃত আৰু বৈষ্ণৱ সাহিত্যৰ অগাধ পণ্ডিত আছিল। তেখেতৰ মৃত্যু হয় ১৯৬২ চনত; কিতাপখন লিখা হৈছিল তাৰ কেবা বছৰ আগেয়ে। কিন্তু যি কোনো গবেষকৰ বাবে মূল্যবান হব বুলি বিশ্বাস কৰিয়েই পলমকৈ হলেও প্ৰকাশ কৰা হ'ল। কিতাপৰ লিখকে নিজেও উপলব্ধি কৰিছিল ভবিষ্যত বংশধৰৰ বাবে এনে এটি বৰ্ণনা উপকাৰত আহিব বুলি আৰু সেয়ে চন তাৰিখ নিদিয়াকৈ ক্ৰমমান সামাজিক বিবৰ্ত্তমান লিপিবদ্ধ কৰিছিল।

কিতাপখনৰ আখৰ জোটনি আৰু শব্দ যোজনাৰ বিষয়ে বহুতো ঠাইত সমালোচনা হোৱাৰ সম্ভাৱনা আছে; আমাৰ বিনীত অনুৰোধ যে ৫০-৭৫ বছৰ আগৰ অসমীয়া সাহিত্যৰ প্ৰচলিত আখৰ জোটনি আৰু শব্দ-গাথনি মনত ৰাখিহে

যেন-তেনে সমালোচনা কৰা হয়।

অসমৰ সুযোগ্য সন্তান পণ্ডিত প্ৰবৰ শ্ৰীকৃষ্ণ কান্ত সন্দিকৈ ডি, লিট ডাঙৰীয়াই কিতাপখন পঢ়ি ভূমিকা এখন লিখি দিয়া বাবে আমি তেখেতৰ ওচৰত কৃতজ্ঞ।

সুহৃদয় অসমীয়া সমাজৰ পৰা এই কিতাপখনে সমাদৰ পাব বুলি আমি আশা ৰাখো।

২৫।১০।৭১ শ্ৰীপ্ৰতুল গোস্বামী

# ভুমিকা

মই জগন্নাথ বৰুৱা কলেজত থাকোতে স্বৰ্গীয় প্ৰতাপ চন্দ্ৰ গোস্বামী দেৱৰ লগত মোৰ দুবাৰমান দেখা সাক্ষাৎ হৈছিল। তেওঁ সংস্কৃত শিক্ষাৰ অনুৰাগী আছিল আৰু পুৰণি অসমৰ সংস্কৃত চৰ্চা সম্পৰ্কে অনেক তথ্য সংগ্ৰহ কৰিছিল।

আমি স্কুল কলেজত পঢ়োতে 'আসাম বান্ধৱ' নামৰ মাহেকীয়া আলোচনীখন ওলাইছিল আৰু ইয়াৰ লগত গোস্বামী দেৱৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। আমি এই কাকতখন পঢ়ি ভাল নাপাইছিলো আৰু ইয়াৰ ভাষা সম্পৰ্কে আমাৰ ভিতৰত নানা তৰ্ক-বিতৰ্ক হৈছিল। কিন্তু কি সূত্ৰত এনে এখন কাকত ওলাইছিল এতিয়া এই 'জীৱন স্মৃতি' পঢ়ি জানিব পাৰিলো। গোস্বামীদেৱৰ আত্মকাহিনীত আমাৰ অতীত সামাজিক জীৱনৰ এই নিচিনা অনেক হৃদয়গ্ৰাহী চিত্ৰ পোৱা যায়। কিতাপখনি সৰল কথোপকথনৰ ভাষাত আত্মগোপন নকৰাকৈ লিখা হৈছে। আশাকৰো ই আমাৰ পাঠক সমাজত আদৰ পাব।

শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

২৬।৮।৭১

# চমু জীৱনী

আমাৰ পৰম আৰাধ্য পিতৃদেৱ স্বৰ্গীয় পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী বিদ্যাৰত্ন, ধৰ্মভূষণ, বিদ্যাবিশাৰদৰ জন্মস্থান নলবাৰীৰ নাৰায়ণপুৰ সত্ৰ। বৰ্ত্তমানে নাৰায়ণপুৰ সত্ৰ নলবাৰী সত্ৰ হিচাপে হে জনাজাত।

পিতৃদেৱৰ পিতাক আছিল গীতা আৰু ভাগৱত শাস্ত্ৰৰ অদ্বিতীয় পণ্ডিত আৰু অসমীয়া পদ-পুথি, "কেলী-ৰহস্য"ৰ ৰচক ললিত চন্দ্ৰ গোস্বামী। মাতৃৰ নাম আছিল মুকুন্দ প্ৰিয়া দেৱী। পিতৃদেৱৰ জন্ম হৈছিল ১৮৮৪ খৃষ্টাব্দৰ জানুৱাৰী (মাঘ) মাহত। আমাৰ মাতৃ স্বৰ্গীয়া কালিন্দী দেৱীৰ লগত তেখেতৰ বিয়া হৈছিল ১৯০৬ খৃষ্টাব্দত। পিতৃদেৱৰ মৃত্যু হৈছিল তেখেতৰ উনাশী বছৰ বয়সত ১৯৬২ খৃষ্টাব্দৰ জুন (জেঠ) মাহৰ, শুক্লা দশমী তিথিত।

পিতৃদেৱৰ বয়স যেতিয়া চৈধ্য বছৰ, সেই সময়তে ১৮৯৮ খৃষ্টাব্দত তেখেতৰ পিতৃহানি হয় আৰু তেখেতৰ ওপৰত পুৰণি মৰ্য্যাদাসম্পন্ন বিৰাট ঘৰ এখনি ৰ বিশেষতঃ অনুজ শৰৎ চন্দ্ৰ গোস্বামীৰ শিক্ষাৰ দায়িত্ব পৰে। এই দায়িত্ব তেখেতে অতি নিয়াৰিকৈ পালন কৰে আৰু তাৰে ফলতে ঘৰৰ পুৰণি মৰ্য্যাদা যেনেদৰে ৰক্ষিত হয়, তেনেদৰে অনুজ শৰৎ গোস্বামীয়েও সকলো স্তৰতে শিক্ষা বিশেষ কৃতিত্বৰে শেষ কৰি অসম সাহিত্য সভাৰ প্ৰধান প্ৰতিষ্ঠাতা, প্ৰসিদ্ধ গল্পকাৰ, খ্যাতিসম্পন্ন বুৰঞ্জীবিদ আৰু শ্ৰেষ্ঠ শিক্ষাবিদ হিচাপে সমগ্ৰ অসমতে জনাজাত হৈ উঠে।

সামাজিক কামৰ প্ৰতি পিতৃদেৱৰ বিশেষ ৰাপ সৰু-কালৰে পৰা আছিল। তেখেতৰ বয়স যেতিয়া বিশ বছৰ

মাত্র আছিল, তেতিয়াৰে পৰা তেখেত সামাজিক কামত বিশেষ ভাবে সোমাই পৰিছিল।

পিতৃদেৱৰ কৰ্ম্মকাল এনে এটা সময়ত আছিল, যিটো সময়ত সমগ্ৰ ভাৰতবৰ্ষতে এটি নৱজাগৰণ সৃষ্টি হৈছিল। এই জাগৰণৰ কেবাটাও স্তৰ, অনুৰূপ অসমত দেখা যায়। অসমৰ স্বকীয়া ভাষা আৰু সাহিত্যক কেন্দ্ৰ কৰি জাগৰণ হোৱা কালৰ পাছতেই সমাজ সংস্কাৰ আৰু ভাষা আৰু সাহিত্যৰ গঠনমূলক কামৰ এটি কাল অসমত আহি পৰে। এই কালত একপিনে যেনেকৈ আৱশ্যক হৈছিল ৰক্ষণশীল পুৰণি ভাৱধাৰাৰ লগত নতুন ভাৱধাৰাৰ সমন্বয়, আনপিনে তেনেকৈ আৱশ্যক হৈছিল অসমৰ বিভিন্ন অঞ্চলৰ স্বকীয়া ভাষাগত আৰু কৃষ্টিগত বৈশিষ্ট তথা বিৰোধৰ মাজত মিলন সাধন। নৱজাগৰণৰ এই দ্বিতীয় স্তৰত মুখ্যতঃ সমাজ সংস্কাৰ আৰু গঠনমূলক কাৰ্য্যৰ মাজেদি পিতৃদেৱ খ্যাতিৱন্ত হৈ উঠিছিল আৰু বিৰোধৰ মাজেদি হলেও অসমীয়া সাহিত্যত কামৰূপী ভাষা ব্যৱহাৰ যোগ্য কৰি তুলি-ছিল। কামৰূপী ভাষাই অসমীয়া সাহিত্যত মৰ্য্যদা পোৱাৰ ফল স্বৰূপেই পাছৰ যুগত গোৱালপাৰা জিলালৈ অসমীয়া ভাষা আৰু সাহিত্যৰ বিস্তাৰ সম্ভৱপৰ হৈছিল।

১৯০৪ খৃষ্টাব্দৰ পৰা ১৯৫০ খৃষ্টাব্দমানলৈ পিতৃদেৱ সমাজ সংস্কাৰ, শিক্ষা-বিস্তাৰ আৰু ভাষা আৰু সাহিত্য সম্পৰ্কীয় বিভিন্ন কামত বিশেষ ভাবে সক্ৰিয় আছিল। এই কামবোৰৰ ভিতৰত উল্লেখযোগ্য কামবোৰ আছিল—কন্যাপণ প্ৰথাৰ বিলুপ্তি সাধন, ১৯০৫ খৃষ্টাব্দতে কামৰূপী শিপিনী সংঘ স্থাপন, ব্ৰহ্ম-যজ্ঞৰ প্ৰৱৰ্ত্তন, গোজাতিৰ আৰু কৃষিৰ উন্নতি সাধন, কামৰূপ জাতীয় উন্নতি বিধায়িনী সভাৰ স্থাপন, দুখীয়া লৰাৰ উচ্চশিক্ষাৰ অৰ্থে কামৰূপ ভাণ্ডাৰ নামৰ ধন-ভঁৰাল স্থাপন, মহাজনৰ কবলৰ

পথা ধকৰাক মুক্ত কৰাৰ প্ৰয়াস, "অসম বান্ধৱ" আলোচনীৰ প্ৰকাশ, কামৰূপ সঞ্জীৱনী সভাৰ স্থাপন, নলবাৰী সংস্কৃত কলেজ স্থাপন, নলবাৰী গৰ্ডন হাইস্কুল স্থাপন, অসম সংস্কৃত বোৰ্ড গঠন ইত্যাদি।

"জীৱনস্মৃতি"ত উল্লেখ নাথাকিলেও পিতৃদেৱৰ আন এটি উল্লেখযোগ্য কৰ্ম্ম আছিল জনজাতীয় লোকসকলৰ সকলো প্ৰকাৰ বিশেষকৈ শিক্ষা সম্পৰ্কীয় উন্নতি সাধন। এই সম্পৰ্কত স্বৰ্গীয় বি, কে ভাণ্ডাৰীৰ লগত তেখেতে বিশেষ সম্পৰ্ক ৰক্ষা কৰিছিল আৰু নিজা মাটি দান কৰি থাগৰাবাৰী (উত্তৰ কামৰূপ) অঞ্চলত জনজাতিয় লৰাছোৱালীৰ প্ৰাইমাৰী শিক্ষাৰ অৰ্থে 'টুপুলীয়া স্কুল' স্থাপন কৰি দিছিল। জনজাতি অঞ্চলত অৱস্থিত ধমধমা হাইস্কুল স্থাপনত এটি বিশেষ ভূমিকা পিতৃদেৱৰ আছিল আৰু বৰমা হাইস্কুল স্থাপনতো ভাণ্ডাৰীদেৱক বিশেষ উৎসাহ তেখেতে দিছিল।

স্মৃতি শাস্ত্ৰত বিশেষ পাণ্ডিত্য থকাৰ বাবে আৰু সেই সময়ৰ সংস্কৃত পণ্ডিত সকলৰ আস্থাভাজন হোৱা গতিকে সমাজিক সংস্কাৰৰ কামবোৰত পিতৃদেৱ প্ৰায়েই কৃতকাৰ্য্য হৈছিল।

সাহিত্যৰ ক্ষেত্ৰতো পিতৃদেৱৰ বৰঙণি উল্লেখযোগ্য। বৰ্ত্তমান সময়তো মৌলিক আৰু তত্ত্ব গধুৰ প্ৰৱন্ধকাৰ অসমত বিৰল। পিতৃদেৱে কিন্তু ভাৰতীয় দৰ্শনৰ ওপৰত সেই সময়তে সহজ আৰু সৰল ভাষাত প্ৰৱন্ধ লিখিছিল আৰু অসমীয়া সাহিত্যত প্ৰৱন্ধকাৰ হিচাবে বিশেষ স্থান অধিকাৰ কৰিছিল।

পিতৃদেৱে সাধাৰণতে বুৰঞ্জীমূলক আৰু দৰ্শন বিষয়ক প্ৰৱন্ধ লিখিছিল। "কুজীৱ কুলক" আদি সাহিত্য সম্পৰ্কীয় যি দুই চাৰিটা প্ৰৱন্ধ লিখিছিল, সেইকেইটা প্ৰৱন্ধৰো খ্যাতি যথেষ্ট হৈছিল। দাৰ্শনিক প্ৰৱন্ধৰ পুথি "দ্বাদশ প্ৰৱন্ধ" আগতে প্ৰকাশ

পাইছে। কিন্তু, বুৰঞ্জীমূলক প্ৰবন্ধবোৰ বিভিন্ন আলোচনীৰ মাজৰ পৰা আনি এতিয়াও প্ৰকাশ কৰিব পৰা নাই। মন্ত্ৰ সাহিত্য, অসমত বৌদ্ধ ধৰ্মৰ প্ৰভাৱ, পুৰণি অসমৰ সংস্কৃত শিক্ষাৰ কেন্দ্ৰ, কামৰূপ আৰু দৰঙৰ মঠ-মন্দিৰ আৰু পুৰণি পুথুৰী-বোৰৰ ইতিবৃত্ত কামৰূপৰ ভাঠেলি উৎসৱ, কোচবিহাৰ আৰু ৰংপুৰৰ লগত অসমৰ সম্পৰ্ক ইত্যাদি বিভিন্ন বিষয়ত তেখেতেই একানপতীয়া ভাবে প্ৰবন্ধ লিখি আছিল। বৈষ্ণৱ ধৰ্মৰ ওপৰত তেখেতৰ জ্ঞান গভীৰ আছিল। অসমৰ বিভিন্ন ধৰ্মীয় পন্থাৰ ওপৰত কেবাটাও সমন্বয়মুখী প্ৰবন্ধ লিখিছিল। কলিতা জাতি, অসমৰ শিখ সম্প্ৰদায়, নাথ সম্প্ৰদায় আৰু মুখী সম্প্ৰদায় সম্পৰ্কেও তেখেতে অধ্যয়ন কৰিছিল, প্ৰবন্ধ লিখিছিল আৰু এই সম্প্ৰদায় সকলৰ সভাত সভাপতিত্ব কৰিছিল। এইবোৰ সম্পৰ্কত আলোচনা কৰিবৰ অৰ্থে পিতৃদেৱৰ ওচৰলৈ সুবিখ্যাত বুৰঞ্জীবিদ ৰাজমোহন নাথ মাজে মাজে আহিছিল।

"দ্বাদশ প্ৰবন্ধ"ৰ বাহিৰেও পিতৃদেৱৰ আন এখন প্ৰকাশিত পুস্তক "শ্ৰীচৈতন্যদেৱ"।

ভাৰতীয় সংস্কৃতিৰ প্ৰতি পিতৃদেৱৰ শ্ৰদ্ধা অশেষ আছিল। কিন্তু, সেইবুলি পিতৃদেৱ সমূলি ৰক্ষণশীল নাছিল। ভাৰতীয় সংস্কৃতিৰ প্ৰতি থকা শ্ৰদ্ধাৰ বাবেই মুখ্যত পিতৃদেৱে ৰাজনীতিত সোমায় আৰু স্বদেশী আন্দোলনৰ সমৰ্থক হৈ উঠে। কিন্তু ৰাজনীতিত তেখেত বেছিদিন নাছিল যদিও এই কম সময়ৰ ভিতৰতে তেখেত অসম কংগ্ৰেছৰ সভাপতিত্ত কিছুদিনৰ কাৰণে হৈছিল।

পিতৃদেৱৰ ওপৰত মহাত্মা গান্ধী আৰু পণ্ডিত মদনমোহন মালব্যৰ প্ৰভাৱ অন্যান্য ৰাজনৈতিক নেতাতকৈ অধিক আছিল। বিনোবা ভাৱেক পিতৃয়ে যথেষ্ট শ্ৰদ্ধা কৰিছিল আৰু তেখেত

নলবাৰীলৈ যাওঁতে উপযাচি স্বোপাৰ্জিত এ৲কেশ বিঘা মাটি দান কৰিছিল আৰু বিনোৱা ভাৱেও পিতৃৰ অসুখৰ কথা জানি পিতৃদেৱক নিজঘৰতে দেখা দিছিল।

"জীৱনস্মৃতি"ত পিতৃদেৱৰ সাহিত্য সম্পৰ্কীয় আৰু ৰাজনীতি সম্পৰ্কীয় কথাবোৰ যিদৰে সম্পূৰ্ণ নাই, সেইদৰে তাত নাই ১৯৪৬ খৃষ্টাব্দৰ পাছৰ কথাবোৰ। "জীৱনস্মৃতি"ত কিছুমান কথাৰ ইঙ্গিতহে মাত্ৰ পিতৃদেৱে দি গৈছে। তাতে, এই কিতাপ ১৯৪৬ চনত লিখিবলৈ আৰম্ভ ক'ৰি ১৯৫০ চনত শেষ কৰা হৈছিল। গতিকে, পিতৃদেৱৰ মৃত্যুৰ ঠিক আগৰ বাৰ বছৰৰ কথা ইয়াত সমুলি নাই। "জীৱনস্মৃতি"ৰ যোগেদি উনৈশ শতিকাৰ শেষ ভাগত আৰু বিশ শতিকাৰ প্ৰথম দুই দশকৰ ভিতৰত কামৰূপী সমাজ কেনে আছিল, তাৰ থুলমুল এটি আভাষ দিয়াই পিতৃদেৱৰ মূল উদ্দেশ্য আছিল যেন লাগে। এই উদ্দেশ্য সাধনত বহুপৰিমাণে পিতৃদেৱ কৃতকাৰ্য্যও হৈছে। সেই সময়ৰ শিক্ষা ব্যৱস্থা, পাঠ্যক্ৰম, গুৰুদক্ষিণা, দান পদ্ধতি, চৈত ফুৰা পদ্ধতি, পাঠ সাং কৰা উৎসৱ, গুৰুশিষ্যৰ সম্পৰ্ক, জমিদাৰ ৰায়তৰ সম্পৰ্ক, বিয়া বাৰু আৰু বিভিন্ন উৎসৱ আৰু ধৰ্মীয় কাৰ্য্যৰ ধৰণ আৰু সেইবোৰ সম্পৰ্কত উদ্ভুত বিভিন্ন সমস্যা, ১৮৯৭ খৃষ্টাব্দৰ বিৰাট ভূমিকম্প আৰু পৰবৰ্তীকালৰ দুৰ্ভিক্ষ, গাধন দিয়া প্ৰথা, সিধা সজোৱা কৃষ্টি, মহাজন-ধৰুৱাৰ সম্পৰ্ক, কামৰূপ সাহিত্য সভাৰ পাতনি ইত্যাদি বিষয়ে বহুতো মূল্যবান সম্ভেদ "জীৱনস্মৃতি"ত আছে আৰু এইবোৰ অতি সৰল আৰু সহজ ভাষাত অ'ৰু চুম্বক ভাবে পিতৃদেৱে লিখি গৈছে।

পিতৃদেৱে তেখেতৰ জীৱন কালতে সমগ্ৰ অসমৰে শিক্ষিত সমাজত জনাজাত আৰু সম্মানিত ব্যক্তি হৈ উঠিছিল। তেখেতৰ

এই সন্মানৰ মূল কাৰণ আছিল তেখেতৰ অসাধাৰণ ব্যক্তিত্ব, পুৰণি কামৰূপ তথা অসম সম্পৰ্কে গভীৰ পাণ্ডিত্য, আৰু লোক হিতকৰ বিশেষতঃ শিক্ষা আৰু সাহিত্যৰ প্ৰচাৰ সম্পৰ্কীয় কৰ্মত আজীৱন নিষ্ঠা আৰু লিপ্ততা। তেখেতৰ এই ব্যক্তিত্ব আৰু পাণ্ডিত্যৰ বাবে তেখেতক একপিনে যেনেকৈ সেই সময়ত সংস্কৃত পণ্ডিত সকলে শ্ৰদ্ধা কৰিছিল, আনপিনে তেনেকৈ তেখেত উদাৰ আৰু সমন্বয়মুখী প্ৰগতিশীল দৃষ্টিভঙ্গিৰ বাবে তেখেত সেই সময়ৰ ৰাজনৈতিক নেতা, চৰকাৰী চাকৰিয়াল, সাহিত্যিক আৰু সৰ্বসাধাৰণ লোকৰো প্ৰিয় ভাজন আছিল। মহামহোপধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্য্যদেৱে তেখেতক বিশেষ স্নেহ কৰিছিল আৰু বনমালী বেদান্ততীৰ্থ, লক্ষ্মীনাৰায়ণ বেদশাস্ত্ৰী পদ্মনাথ বিদ্যাবিনোদ, তাৰানাথ গোস্বামী স্মৃতি তীৰ্থ, লক্ষ্মীনাথ পঞ্চতীৰ্থ, সুপ্ৰসিদ্ধ কবিৰাজ পদ্মচন্দ্ৰ গোস্বামী, তাৰানাথ চক্ৰবৰ্ত্তী কাব্যবিনোদ, পণ্ডিত প্ৰৱৰ জীৱেশ্বৰ গোস্বামী, হংসনাথ স্মৃতি-তীৰ্থ, বৰপেটাৰ প্ৰাক্তন সত্ৰাধিকাৰ স্বৰ্গীয় নাৰায়ণ মিশ্ৰ, শিৱনাথ স্মৃতিতীৰ্থ, তেখেতৰ সৰুকালৰ শিক্ষক লক্ষ্মীনাথ শৰ্ম্মা আদি সংস্কৃত পণ্ডিত সকলৰ লগত তেখেতৰ বিশেষ সৌহাৰ্দ্য আছিল। এই সকলৰ লগত আৰু সকলো কামতে অভিন্ন অনুজ শৰৎ চন্দ্ৰ গোস্বামীৰ সৈতে লগলাগি কামৰূপ সঞ্জীৱনী সভা, কামৰূপ অনুসন্ধান সমিতি, অসম সংস্কৃত বোৰ্ড, নলবাৰী সংস্কৃত কলেজ আদি সংস্কৃত শিক্ষা সম্পৰ্কীয় অসমৰ বিশিষ্ট অনুষ্ঠানবোৰ স্থাপনত তেখেতে আগভাগ লৈছিল। অসম সংস্কৃত শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত তেখেতৰ যি বৰঙনি আছিল, তাৰ স্বীকৃতি স্বৰূপেই তেখেতক পাছত অসম সংস্কৃত "কনভোকেছন"ৰ সভাপতিও কৰা হৈছিল।

ৰাজনৈতিক নেতা সকলৰ ভিতৰত কৰ্মবীৰ নবীন চন্দ্ৰ

বৰদলৈৰ লগত বিশেষ সম্পৰ্ক পিতৃদেৱৰ আছিল। অন্যান্য ক্ষেত্ৰত সম্পৰ্ক থকা লোক সকলৰ ভিতৰত—প্ৰাক্তন মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈ, প্ৰাক্তন ৰাজ্যপাল বিষ্ণুৰাম মেধি, সিদ্ধি নাথ শৰ্ম্মা, অম্বিকাগিৰি ৰায়চৌধুৰী, কামাখ্যা ৰাম বৰুৱা, ৰাধানাথ ফুকন, কালীৰাম মেধি, ডঃ হৰেকৃষ্ণ দাস, ৰাজমোহন নাথ, ৰামদেৱ শৰ্ম্মা, কালীচৰন সেন, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, শ্ৰীগুৰু প্ৰেছৰ প্ৰতিষ্ঠাতা হৰিনাৰায়ণ দত্ত বৰুৱা, কেশৱ দাস, বি, কে ভাণ্ডাৰী, মহাদেৱ শৰ্ম্মা, প্ৰতাপ নাৰায়ন চৌধুৰী আদিও আছিল।

সাহিত্যিক সকলৰ ভিতৰত স্বৰ্গীয় দুৰ্গেশ্বৰ শৰ্ম্মা আৰু স্বৰ্গীয় চন্দ্ৰধৰ বৰুৱাই পিতৃদেৱক বিশেষ শ্ৰদ্ধা কৰিছিল আৰু সেই আপাহতে বৰুৱাদেৱৰ এখন নাটকৰ ভূমিকাও পিতৃদেৱে লিখি দিছিল।

"জীৱন স্মৃতি"ত এই লোক সকলৰ কথা কিছু কিছু আছে। দুই চাৰিজনৰ কথা উল্লেখ নাইও। যিবোৰ অনুষ্ঠানৰ লগত পিতৃদেৱ বিশেষ ভাৱে জড়িত আছিল, সেইবোৰৰ আৰম্ভণিৰ কথা মাত্ৰ "জীৱন স্মৃতি"ত দিয়া হৈছে। সেইবোৰৰ বিস্তাৰৰ সম্পূৰ্ণ ইতিহাস ইয়াত নাই আৰু সেয়ে পাছৰ কালত যিসকল লোকৰ লগলাগি সেইবোৰৰ বিস্তাৰ সুদৃঢ় আৰু সম্পূৰ্ণ কৰা হৈছিল, সেইলোকসকলৰ কথা স্বাভাৱিকতে ইয়াত উল্লেখ হোৱা নাই। ফুৰা চকাৰ লগৰীয়া বন্ধু আৰু আত্মীয় স্বজনবো নামে ইয়াত বিশেষ নাই। আনহাতে "জীৱন স্মৃতি"ত উল্লেখিত অনুষ্ঠান কেইটিৰ বাহিৰেও আন বহুতো অনুষ্ঠানৰ লগত বিশেষত শিক্ষানুষ্ঠানৰ লগত পিতৃদেৱৰ সম্পৰ্ক আছিল। বৰভাগ, ককয়া, গোপাল থান, বনগাওঁ, ধমধমা আদি নলবাৰী তথা উত্তৰ কামৰূপ অঞ্চলৰ কেবাটাও

হাইস্কুল স্থাপনত তেখেতে আগভাগ লৈছিল। নলবাৰীক মহ-কুমা কৰাৰ আন্দোলন প্ৰাক স্বাধীনতাৰ কালতে আৰম্ভ হৈছিল আৰু সেই আন্দোলনৰ আগৰণুৱা সকলৰ ভিতৰত পিতৃদেৱো আছিল। নলবাৰী চহৰৰ আৰু নলবাৰী অঞ্চলৰ বৰ্ত্তমান যি ৰূপ সেই ৰূপদানৰ সকলো ক্ষেত্ৰতে তেখেত আৰু তেখে-তৰ সুযোগ্য অনুজ শৰৎ চন্দ্ৰ গোস্বামী সদায়ে আছিল আৰু সেই সম্পৰ্কত তেখেতৰ সোঁহাত স্বৰূপ আছিল স্বৰ্গীয় মনিৰাম দাস। কিন্তু "জীবন স্মৃতি"ত এইবোৰৰ কথা নাই আৰু সেয়ে স্বৰ্গীয় মনিৰাম দাসৰ নিচিনা সহকৰ্ম্মীৰ নামো বাদ পৰি গৈছে।

সি যি নহক, পিতৃদেৱৰ কৰ্ম বহুমুখী আৰু দীৰ্ঘকাল-ব্যাপী হোৱা গতিকে বহুলোকৰ লগতে তেখেতৰ সম্পৰ্ক স্থাপন হৈছিল কিন্তু কাৰো লগতে তেখেতৰ সম্পৰ্ক কোনো দিনে তিক্ত নাছিল। বৰং পিতৃদেৱৰ উদাৰতা আৰু স্পষ্ট-বাদিতা গুণত আৰু বিনম্ৰ ভাষণত মুগ্ধ হৈ মতবিৰোধ থকা অৱস্থাতো সকলোৱে তেখেতক শ্ৰদ্ধা কৰিছিল। পিতৃদেৱ অত্যন্তই মৌলিক ভাৱধাৰাৰ লোক আছিল আৰু সকলো কথাৰে সমন্বয় সাধি সকলোৰে গ্ৰহণ যোগ্য মীমাংসা আৰু সিদ্ধান্ত দিব পাৰিছিল। পিতৃদেৱৰ আন দুটি ডাঙৰ গুণ আছিল পৰোপকাৰ কৰাৰ প্ৰবৃত্তি আৰু বৈষয়িক হৈও বিষয়ত মায়াহীন হৈ থকা ক্ষমতা। পিতৃদেৱে কোনোদিনে অতিথি বিমুখ নকৰিছিল আৰু পৰামৰ্শ বিচৰা সকলো লোকে সৎ-পৰামৰ্শ পাইছিল। বহুতো ছাত্ৰ-ছাত্ৰীক পিতৃদেৱে কেবা বছৰো ধৰি ঘৰতে ৰাখি শিক্ষা গ্ৰহণত সহায় কৰিছিল। সমন্বয়মুখী ভাৱধাৰাৰ বাবেই আৰু নিস্বাৰ্থ সমাজ সেৱাৰ কাৰণেই সকলো স্তৰৰ আৰু সকলো স্থানৰ লোকৰে পৰা

অপাৰ সন্মান পিতৃদেৱে পাইছিল।

দেশ ভ্ৰমণত পিতৃদেৱৰ বিশেষ ৰাপ আছিল। অসমৰ প্ৰায় সকলো ঠাইলৈ বিশেষতঃ ভিতৰুৱা অঞ্চললৈ তেখেত গৈছিল। সৰু সৰু গাও অঞ্চলতো আনকি গাৱঁৰ বিভিন্ন নামতো বুৰঞ্জীৰ সমল তেখেতে পাইছিল। ভাৰতৰ সকলো তীৰ্থস্থান দুই তিনিবাৰ তেখেতে ভ্ৰমণ কৰিছিল আৰু যাতায়তৰ সুবিধা জনক ব্যৱস্থা নথকা অৱস্থাতো তিনিশ মাইল ৰাস্তা খোজ কাঢ়ি সুদূৰ হিমালয়ৰ দুৰ্গম স্থানত অৱস্থিত বদৰিকাশ্ৰম দৰ্শন কৰিছিল। তেখেতৰ দুই চাৰিটা তীৰ্থভ্ৰমণৰ উপাদেয় কাহিনী অসম সাহিত্য সভা পত্ৰিকাত ডঃ প্ৰমোদ ভট্টাচাৰ্য্যৰ জৰিয়তে প্ৰকাশ পাইছিল। তেখেতে ভোটান পাহাৰৰ বিভিন্ন স্থান খোজ কাঢ়ি ফুৰি ইতিহাসৰ সমল যোগাইছিল আৰু মৈত্ৰতা স্থাপন কৰিছিল।

অধ্যায়ন পিতৃদেৱৰ নিয়মিত অভ্যাসত পৰিণত হৈছিল। নিজ অধ্যয়নৰ কাৰণে ক্ৰয় কৰা আলোচনী আৰু পুস্তকৰেই এটি লেখত লবলগীয়া গ্ৰন্থাগাৰ নিজ গৃহত গঢ়ি উঠিছিল। পাছত এই সকলো পুস্তক আৰু আলোচনী নলবাৰীৰ ৰাজহুৱা পুথি ভঁড়ালত আৰু সংস্কৃত সঞ্জীৱনী সভাৰ পুথি ভঁড়ালত তেখেতে দান দিছিল। পিতৃদেৱে হিন্দী আৰু বঙালী সাহিত্যও ভাল-দৰে জানিছিল আৰু বঙ্গীয় সাহিত্য পৰিষদত যোগদান কৰি প্ৰৱন্ধ পাঠ কৰিছিল আৰু বক্তৃতা দিছিল।

পিতৃদেৱৰ স্বাস্থ্য ভালেই আছিল। শেষ বয়সলৈ নাৰিকল আদি চোবাই খাইছিল। কিছুদিনৰ কাৰণে বহুমূত্ৰ ৰোগত ভুগিছিল। কিন্তু "মুষ্টিযোগ"ৰ দ্বাৰাই সেই বেমাৰৰ পৰা নিজ চেষ্টাতে মুক্ত হৈছিল। ৰক্তচাপ উচ্চ

আছিল যদিও তাৰ কাৰণে নিষ্ক্ৰিয় হৈ কোনো দিনে পৰি থাকিবলগীয়া হোৱা নাছিল। আগবয়সত পিতৃদেৱে ঘোঁৰাত উঠি যাতায়ত কৰিছিল আৰু দুৰ্দান্ত ঘোঁৰাও বশ কৰিব পাৰিছিল। পিতৃদেৱ সভা শুৱনী লোক আছিল আৰু শ শ লোকৰ বিতৰ্কমূলক সভাও গম্ভীৰ ভাষণেৰে নিস্তব্ধ কৰিব পাৰিছিল। তেখেত ভোজন বিলাসী লোক আছিল আৰু ৰন্ধা-বঢ়াৰে পৰা জ্যোতিষ, চিকিৎসা আনকি সাপ চিকৎসা আদিৰ ক্ষেত্ৰতো তেখেতে দিহা দিব পাৰিছিল। পিতৃদেৱে সামিষ আহাৰ ভাল পাইছিল যদিও পাছত তেখেতে মাংস খাবলৈ এৰি দিছিল আৰু হৰিকীৰ্ত্তনৰ অত্যন্তই ভক্ত হৈ উঠিছিল। পিতৃদেৱৰ মৃত্যুও হৈছিল হৰিকীৰ্ত্তন আৰু গীতাপাঠ চলি থকা অৱস্থাত। মৃত্যুৰ ঠিক আগমুহূৰ্ত্ততে শযাৰ চাৰিওপিনে সমবেত হোৱা সকলোৰে পিনে চকু মেলি তেখেতে ঘূৰি চাইছিল আৰু শেষ জীৱন কটোৱাৰ অৰ্থে বেলগছৰ তলত বিশেষভাবে নিৰ্মিত গৃহমন্দিৰত নাৰায়ণ নামলৈ যোগীপুৰুষৰ দৰে সজ্ঞানে গধূলীপৰত ইহলীলা সম্বৰণ কৰিছিল। মৃত্যুৰ দুদিন আগলৈকো ঘূৰাফেৰা কৰিছিল আৰু মৃত্যুৰ আগমুহূৰ্ত্ততো মৃত্যুক বিকাৰ ঘটা নাছিল।

পিতৃদেৱৰ মৃত্যুৰ পাছতেই শ শ লোকেৰে তেখেতৰ বাস-ভৱন ভৰি পৰিছিল আৰু হৰিধ্বনিৰ মাজত তেখেতে নিজহাতে রুই যোৱা আইঁত গছৰ তলত তেখেতৰ নশ্বৰ দেহ দাহন কৰা হৈছিল।

৭।৯।৭১ **শ্ৰীপ্ৰবোধ চন্দ্ৰ গোস্বামী**

# আৰম্ভণী

[ ১ ]

মোৰ আত্মজীৱনী লিখাৰ কোনো ইচ্ছা নাছিল। মোৰ প্ৰথম পুত্ৰ শ্ৰীমান প্ৰফুল্লৰ বিশেষ অনুৰোধত সিহঁত বুলি ভাবি, চিন্তা কৰি চোৱাত লিখাৰ আৱশ্যকতাও কিছু পৰিমাণে থকা বুলি প্ৰতীতি হোৱাই লিখিবলৈ উপক্ৰম কৰিলো।

এই আত্মজীৱনীত কোনো চন তাৰিখৰ উল্লেখ নাথাকিব যিহেতু ঘটনাপঞ্জীৰ কোনো সঠিক চন তাৰিখ আগতে ৰখা নাই। অনুমানমূলক অঠিক চন তাৰিখ লিখাতকৈ নিলিখাই ভাল।

ইয়াৰ সকলো কথা ব্যক্তিগত স্মৃতিৰ ওপৰত লিখা। মোৰ বয়স এতিয়া ৬২ বছৰ। গতিকে যোৱা ৪০ বছৰৰ বহু কথাই মই নিৰ্ভুল ভাবে কব পাৰিম। জন্মৰ পৰা ৬।৭ বছৰলৈ যিবোৰ ঘটনা তাক লিখবলৈ অনেক শুনা কথাৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। গতিকে সেইখিনি কথাৰ সত্যতা বা অতিৰঞ্জনৰ বাবে মই দায়ী হব নোৱাৰো। তাৰ পাছৰ সমস্ত কথা মোৰ নিজৰ স্মৃতিৰ ওপৰত নিৰ্ভৰ কৰি লিখা।

মোৰ পূৰ্ব্বপুৰুষ বঙ্গদেশৰ নদীয়া শান্তিপুৰৰ পৰা আহি অসমত বাস কৰি আছিল। অদ্বৈত আচাৰ্য্যৰ লীলাস্থলী

গৌড়ীয় বৈষ্ণৱ ধৰ্ম্মৰ অন্যতম কেন্দ্ৰ বৰ্ত্তমান শান্তিপুৰক আগৰ লোকসকলে নদীয়া শান্তিপুৰ বুলিছিল।

সেই শান্তিপুৰৰ পৰা ৰামদেৱ বাসুদেৱ নামেৰে নিত্যানন্দ মহাপ্ৰভুৰ বংশসম্ভুত দুইজন খুৰা আৰু ভতিজা কামৰূপ ৰাজ্যৰ বৈষ্ণৱতীৰ্থ হাজোৰ হয়গ্ৰীৱ-মাধৱ আৰু ৰুক্মিনীৰ জন্মস্থান কুণ্ডিল ৰাজ্যৰ পৰশুৰাম স্থাপিত পৰশুৰামকুণ্ড দৰ্শনৰ মানসে কামৰূপলৈ আহে; কিন্তু তেওঁলোক ইয়াৰ পৰা উলটি নগৈ এই দেশতে শ্ৰীশ্ৰীচৈতন্য মহাপ্ৰভুৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি স্থায়ী বসতি নিৰ্ম্মাণ কৰে। খুড়াক ৰামদেৱ আছিল বৈষ্ণৱ সন্ন্যাসী। সেই সময়ত চৈতন্যদেৱৰ ধৰ্ম্ম কামৰূপৰ পশ্চিম অংশত বিশেষ ভাবে প্ৰচাৰিত হৈছিল। কামৰূপৰ পশ্চিম অংশৰ অৰ্থ বৰ্ত্তমান কোচবিহাৰ, বিজনী আৰু বৰনগৰ অঞ্চল। কামৰূপৰ ভিতৰত বৰনগৰ গৌড়ীয় বৈষ্ণৱ ধৰ্ম্মৰ প্ৰধান কেন্দ্ৰ আছিল। গতিকে নবাগত ৰামদেৱ আৰু বাসুদেৱৰ জীৱনীৰ ভালেমান সময় তেওঁলোকে তাতে বাস কৰিছিল। অন্তত প্ৰভু ৰামদেৱে বৰনগৰৰ অন্তৰ্গত বৰ্ত্তমান ৰামপুৰ সত্ৰত তেওঁৰ জীৱনলীলা শেষ কৰে। তেওঁৰ সমাধি স্থানেই ৰামপুৰ সত্ৰ। ৰামদেৱৰ সমাধি লাভৰ পাছত ভতিজা বাসুদেৱ আহি বৰ্ত্তমান নলবাৰীৰ ওচৰৰ মাজদিয়া সত্ৰৰ ওচৰতে বসতি স্থাপন কৰে আৰু মাজদিয়াৰ মহাজনৰ ঘৰৰ ছোৱালী বিয়া কৰাই গৃহধৰ্ম্ম পালন কৰে। সেই বাসুদেৱৰ বংশতে আমাৰ পিতাৰ জন্ম হয়। পিতাৰ গুপুনাম আছিল লম্বোদৰ আৰু ব্যক্তনাম আছিল ললিত চন্দ্ৰ।

মোৰ কথা কব লাগিলে পিতাৰ কথাও কিছু কব লাগিব; তেতিয়াহে মোক বুজিবৰ সুবিধা হব। পিতাৰ কথাৰ লগতে আজা আৰু তেওঁৰ পিতাক আৰু আইতাকৰ

কথাও চমুকৈ নকলে নহয়। গতিকে আমাৰ বংশৰ ইতিহাস অলপ কোৱা আৱশ্যক হৈ পৰিল।

অসমৰ প্ৰধান ধৰ্ম প্ৰচাৰক শ্ৰীমন্ত শঙ্কৰদেৱ ৰাজনৈতিক পুৰুষ আছিল। তেওঁ বৈষ্ণৱধৰ্ম প্ৰচাৰ কৰিলেও ৰাজনীতিৰ পৰা গোটেই জীৱন দূৰৈত থাকিব পৰা নাছিল। সেইবাবে তেওঁ স্থাপন কৰা সত্ৰ বিলাকত কিছুপৰিমানে ৰাজনীতিৰ চৰ্চ্চা হৈছিল। অসমৰ প্ৰধান ধৰ্ম্মাচাৰ্য্যসকলৰ ভিতৰত একমাত্ৰ হৰিদেৱ (হৰিগুৰু) ৰাজনীতিৰ পৰা দূৰৈত থাকি ধৰ্ম প্ৰচাৰ কৰিছিল।

শ্ৰীশ্ৰীচৈতন্য মহাপ্ৰভুৰ ধৰ্ম্মৰ লগত ৰাজনীতিৰ কোনো সংশ্ৰৱ নাছিল। ৰজা, বিষয়া প্ৰভৃতিৰ পৰা মহাপ্ৰভু সদায় দূৰৈত আছিল আৰু তেওঁ সংসাৰৰ সুখ ভোগ পৰিত্যাগ কৰি সন্ন্যাস অৱলম্বন কৰিছিল। সকলো জীৱৰ প্ৰতি তেওঁৰ করুণা সমানে বিতৰণ কৰিছিল। তেওঁৰ ধৰ্ম্মত ধনী দুখী, পণ্ডিত মূৰ্খ, উচ্চ নীচ, বা জাতিকুলৰ কোনো বিচাৰ নাছিল। সেইদেখি তেওঁৰ অনুবৰ্ত্তি সকলেও বিষয় সুখক হেয়জ্ঞান কৰি জগতৰ কল্যানৰ অৰ্থে হৰিনাম ধৰ্ম প্ৰচাৰ কৰি ফুৰিছিল।

এই আদৰ্শকে আগত লৈ আমাৰ পুৰ্ব্বপুৰুষ সকলে সকলো জীৱকে সমান জ্ঞান কৰি সকলো জাতিৰ ভিতৰত হৰিনাম প্ৰচাৰ কৰি ফুৰিছিল। তেওঁলোকে সাংসাৰিক প্ৰতিপত্তি বা মান-সন্মানৰ প্ৰতি সদায় আওকান কৰিছিল। এই কাৰণেই আমাৰ পুৰ্ব্বপুৰুষসকল পণ্ডিত আৰু প্ৰভাৱশালী ধৰ্ম্মপ্ৰচাৰক হলেও ৰজাৰ পৰা মাটি বাৰী লৈ বৰ ডাঙৰ সত্ৰ পতা পতাৰ বাবে যত্ন কৰা নাছিল। কেইবাজনেও ৰজাৰ দ্বাৰা অনুৰুদ্ধ হৈও ৰাজদৰ্শনৰ ফলত তেওঁলোকৰ অনুষ্ঠানিক

ধৰ্ম্মৰ হানি হবৰ ভয়ত ৰজাৰ ঘৰলৈ নগৈছিল। মোৰ উৰ্দ্ধ প্ৰপিতামহ নাৰায়ণ দেৱৰ পৰা এই আদৰ্শৰ লৰচৰ হ'ল।

নাৰায়ণদেৱে লক্ষ্মীনাৰায়ণ ৰজাৰ অনুৰোধ এবাৰ নোৱাৰি ৰাজধানীলৈ গৈ ৰজাৰ বিশেষ অনুৰোধত সত্ৰ পাতি-ঘৰ কাৰণে অলপ মাটি গ্ৰহন কৰিলে। ৰজাই সৰহ মাটি দিবলৈ ইচ্ছা কৰা স্বত্বেও সত্ৰখন স্থাপন কৰিব পৰাৰ অনু-পাতেহে মাটি লৈ নাৰায়নপুৰ নামে সত্ৰ পাতিলে। বৰ্ত্তমান নলবাৰী সত্ৰৰ নাম প্ৰকৃততে নাৰায়ণপুৰহে আছিল। পাছত ঠাইৰ নাম অনুসৰি সত্ৰৰ নামো সলনি হৈ নাৰায়ণপুৰৰ ঠাইত নলবাৰী হ'ল। মোৰ জন্ম কুষ্টিতো নাৰায়ণপুৰহে লিখা আছে। নাৰায়ণদেৱৰ পৰাই আমাৰ বংশৰ ধাৰা পৰিবৰ্ত্তন হ'ল।

নাৰায়ণদেৱ একাধাৰে ৰাজনীতিজ্ঞ আৰু প্ৰসিদ্ধ ধৰ্ম্মা-চাৰ্য্য আছিল। তেওঁৰ পুত্ৰ বাসুদেৱ পিতৃগুণৰ সম্পুৰ্ণ অধিকাৰী হৈছিল। বাসুদেৱে বহুতো শিষ্য-সেৱক বৃদ্ধি কৰে আৰু অকল ধৰ্ম্মপ্ৰচাৰত লাগি নাথাকি দেশৰ যুৱকসকলৰ যাতে শাৰীৰিক বল শক্তি বৃদ্ধি হয় তাৰ বাবেও যত্ন কৰিছিল। এওঁৰ সময়তে দেশত মানৰ উপদ্ৰৱ ঘটে; মান বিলাকে এক-কালৰ পৰা গাওঁভূঁই লুটি দেশ-খান্তাং কৰি ফুৰিছিল। মানইতে নাৰায়ণপুৰ সত্ৰৰ ওচৰৰ আজাৰাত কোঠ পাতিছিল। মাজদিয়া গাৱঁৰ জয় বিজয় নামে দুইজন ভাই ককায়েকক সিহঁতৰ দুৱেনী পাতি গাওঁ লুটি ফুৰিছিল।

নাৰায়ণপুৰ সত্ৰও লুটিবৰ কাৰণে মান অহাৰ খবৰ পাই বাসুদেৱে তেওঁৰ পৰিবাৰক আৰু সত্ৰৰো আন সবা-তিবোতাক বেতৰ মাজত লুকাই থৈ মানক ভেটা দিলে।

---

দুৱেনী— দোভাষী, আৰু ধনবিত্তৰ অনুসন্ধান দিওঁতা

লগত সত্ৰৰ বলবান ডেকা ভকত কেইজনমান আৰু ওচৰৰ জাপাৰকুছি গাওঁৰ কেইজনমান মানুহ মাত্ৰ সাৰথি। এই সহায় মাত্ৰ অৱলম্বন কৰি বাসুদেৱে নিজৰ বল বুদ্ধি আৰু উপস্থিত কৰ্ত্তব্য জ্ঞানৰ বলত মানবিলাকক খেদি দিবলৈ সক্ষম হ'ল। কিন্তু মানৰ লগত যুঁজ কৰোতে তেওঁৰ বাম হস্তত ধৰকৈ আঘাত পালে। তথাপি তেওঁ ভ্ৰূক্ষেপ নকৰি প্ৰতিআঘাত কৰি মানৰ হাতৰ পৰা কেকোৰা তৰোৱাল এখন কাঢ়ি ললে। সেইখন তৰোৱাল এতিয়াও আমাৰ ঘৰত আছে। তাক আমাৰ পিতাই বৰ গৌৰবৰ বস্তু বুলি বিবেচনা কৰিছিলি।

মানৰ লগত এই ৰকম সংঘৰ্ষ চলি থকাৰ ভিতৰতে লোণখোৱা বামুণৰ বাৰীৰ বেতৰ মাজত মোৰ পিতামহ কৃষ্ণ নাৰায়ণৰ জন্ম হয়। এওৰ জন্মৰ তিনি বছৰ পাছত ভায়েক বদন চন্দ্ৰৰ জন্ম। এইজনা পিতামহক আমি নিজ চকুৰে দেখিছো আৰু তেওঁৰ স্মৃতি অলপ অলপ এতিয়াও মানস পট ভজিলিকি আছে।

কৃষ্ণনাৰায়ণও তেওঁৰ পিতৃৰ নিচিনা শক্তিশালী পুৰুষ আছিল। এও যেনে বলবান তেনে বিদ্যানুৰাগী আৰু পণ্ডিতো আছিল। কৃষ্ণনাৰায়ণ ইংৰাজৰ প্ৰথম আমোলত কামৰূপৰ সত্ৰবিলাকৰ নায়ক আছিল। এওৰ কৰ্ত্তব্য আছিল সত্ৰবিলাকৰ ৰাজহ সংগ্ৰহ আৰু কীৰ্ত্তন ঘৰ, নাম প্ৰসঙ্গ আদি সত্ৰত নিয়ম মতে চলি আছে নে নাই সেই বিলাক তদাৰক কৰা। এই কাৰণতে এওঁ কামৰূপত নেওগ গোসাঁই নামে জনাজাত আছিল। কামৰূপৰ প্ৰসিদ্ধ লোক সকলে এওক শ্ৰদ্ধা ভক্তি কৰিছিল আৰু সমস্ত আৰণ্যকীয় পৰামৰ্শ আদি এওৰ পৰা গ্ৰহণ কৰি বিশেষ উপকৃত হৈছিল

হাজকুছিৰ বৰুৱা, কমাৰকুছিৰ বৰুৱা, কালদিৰ বৰুৱাসকল এওঁৰ অনুগত শিষ্যৰ নিচিনা আছিল। দীঘেলীৰ প্ৰসিদ্ধ সভ্যৰাম চৌধুৰীৰ লগত এওঁৰ সখিত্ব আছিল। সভ্যৰাম চৌধুৰীয়ে আমাৰ আবুক উপহাৰ দিয়া শিংখাপ আৰু পাটৰ কাপোৰ মোৰ ২৫।৩০ বছৰ বয়স হোৱাতহে নষ্ট হ'ল। কৃষ্ণনাৰায়ণৰ পুত্ৰ ললিত চন্দ্ৰ মোৰ পিতা। মাই মাজদিয়াৰ গোসাঁইৰ ঘৰৰ ছোৱালী। পিতাকৰ নাম সন্তদেৱ। মাইৰ নাম আছিল মুকুন্দপ্ৰিয়া।

পিতা কামৰূপৰ ভিতৰত প্ৰসিদ্ধ পণ্ডিত আছিল। গীতা আৰু ভাগৱত শাস্ত্ৰ শ্ৰীধৰ স্বামীৰ টীকাৰে সৈতে তেওঁৰ আদিৰ পৰা অন্তলৈ মুখস্থ আছিল। তেওঁ জ্যোতিষ ইমান ভাল জানিছিল যে সকলো গণ্য মান্যলোকে তেওঁৰ পৰা জ্যোতিষ শাস্ত্ৰমতে গণনা কৰাই নিজৰ ভাগ্যফল অভ্ৰান্তৰূপে নিৰ্ণয় কৰাই লৈছিল বিধি ব্যৱস্থাৰ বাবে কোনো কেৰোন লাগিলে সকলো অধ্যাপক পিতাৰ ওচৰলৈ আহিছিল। গৰু হেৰোৱাৰ ঠিকনা চাবলৈ অনেক দূৰণি বাটৰ পৰাও ৰাতিপুৱাতে মানুহ আহি তেওঁৰ চৰাঘৰ ভৰি পৰিছিল। জ্যোতিষৰ কাৰণে অনুৰাগ থকাৰ কাৰণেই হব পায়, সৰুৰে পৰা মোকো ঠিকনা চোৱা, পুষ্পোৎসব গনণা কৰা, নক্ষত্ৰ অনুসাৰে জাল চক্ৰ ৰচনা আদি শিক্ষা দিছিল। সেইবোৰ এতিয়াও মোৰ মনত আছে জ্যোতিষৰ অনেক কঠিন কথা তেওঁ পদ্যানুবাদ কৰি মোক মুখস্থ কৰাইছিল।

পিতা প্ৰাচীন পণ্ডিত হলেও অতি উদাৰ ভাৱাপন্ন আছিল। আজি কালিও ধৰ্ষিতা নাৰীসকলক সমাজত গ্ৰহণ কৰা এটা সমস্যা হৈয়ে আছে। পিতাই প্ৰায় ৫০ বছৰ আগতে মনুসংহিতা আদি আলোচনা কৰি "ৰজসা শুধ্যতে নাৰী যথা-

পূৰ্ব্বা ভবেৎসা" ইত্যাদি শ্লোক উদ্ধাৰ কৰি ধৰ্ষিতা নাৰীক সমাজত গ্ৰহণ কৰাৰ ব্যৱস্থা দিছিল। আমাৰ দেশৰ মাটীয়া জাতি আগেয়ে সমাজত অচল আছিল; অৰ্থাৎ তেওঁলোকে আনা পানী, খুৱাচাউল আদি বামুণ সকলে নাখাইছিল। পিতাই নানা পুৰাণ আদিৰ পৰা বচন উদ্ধৃত কৰি এখন "জাতি নিৰ্ণয়" বুলি নতুন পুথি ৰচনা কৰি তেওঁৰ মোমায়েকৰ পুতেক কৈৰাবা সত্ৰৰ বগা গোসাঁইৰ দ্বাৰায় মাটীয়াৰ ঘৰত নাম প্ৰসাদ আদি খুৱাইছিল। তেতিয়াৰ পৰা মাটীয়া সকল সমাজত চল হৈ আহিল। এই সভা আমাৰ ঘৰতে বহিছিল। কৈহাহাটীৰ ৺পুষ্পচন্দ্ৰ ন্যায়ৰত্ন দেউৰে সৈতে লগলাগি কাটনি সকলে নাথপন্থৰ যোগী বুলি ব্যৱস্থা দি তেওঁলোকৰ সমাজ চলতিৰ বিষয়ে অনুকূল অৱস্থাৰ সৃষ্টি কৰি গৈছিল। এই বিলাক ব্যৱস্থাৰ প্ৰমান সংগ্ৰহ আৰু অকাটাযুক্তি দেখি পিতাৰ অধ্যাপক প্ৰসিদ্ধ দাছদিয়া দেউয়ে পিতাক কৈছিল— 'বাপু, তুমি মোতকৈও ডাঙৰ পণ্ডিত হলা। এই বিলাকতো মই তোমাক শিকোৱা নাই। তুমি ক'ত শিকিলা ?" মোৰ এইকথা মনত আছে।

পিতাই দাছদিয়া দেউৰ এইবোৰ কথা শুনি হাঁহিছিল মাত্ৰ। পিতাৰ উদাৰতা সম্বন্ধে মোৰ লগত সম্বন্ধ থকা আৰু এটা কথাৰ উল্লেখ কৰি এই প্ৰসঙ্গ শেষ কৰিম। মোৰ প্ৰথম চুলি কটাৰ দিনাৰ কথা—পিতাই নাপিতৰ দ্বাৰায় মোৰ চুলি কাটাৰ উপক্ৰম কৰোতে সৰু আবু আহি পিতাক কলে, "বাপু, তুমি ইয়াৰ ( মোক দেখুৱাই ) চুলিবোৰ কিয় কাটিব দিলা"। তেতিয়া পিতাই কলে, "খুড়ী, তুমি নাজানা, এতিয়াই আমি ইয়াৰ চুলি কাটি নিদিলে আৰু ২।৩ বছৰৰ পাছত সি নিজে চুলি কাটিব"। এনেকুৱা কথা আৰু তেওঁৰ বাক্য সিদ্ধিৰ বিষয়েও নানা কথা আছে। লিখিব পাৰিলে সিও

এখন কিভাপ হব।

মোৰ মাইৰ নাম আগতে উল্লেখ কৰিছো। তেওঁৰ গুণৰ কথা এতিয়া অলপ কম। মাইৰ অক্ষৰ পৰিচয় নাথাকিলেও জ্ঞানত কোনো শিক্ষিতা মহিলাতকৈ কম নাছিল। নানা পুথিৰ গীত পদবোৰ মুখস্থ আছিল আৰু তাৰ বিষদ অৰ্থও কৰিব পাৰিছিল। স্বভাৱ অতি নম্ৰ আৰু সাধু আছিল। দেখিবলৈও সুন্দৰী আছিল। ৰন্ধাবঢ়াত সুনিপুন আছিল। তেওঁ কোনো অতিথিকে বিমুখ নকৰিছিল। ৰাতি দোভাগ হলেও অতিথি আহিলে বিছনাৰ পৰা উঠি আকৌ গা-মুৰ ধুই ভাত-পানী ৰান্ধি দিবলৈও বেজাৰ নাপাইছিল। পিতাৰ্ক দেৱতাৰ নিচিনা ভক্তি আৰু পূজা কৰিছিল। মাইৰ আঞ্জাৰ সোৱাদ এতিয়াও মোৰ জিভাত লাগি আছে। এতিয়া অনেক ঠাইত নানা পৰিপাটিকৈ ৰান্ধা নানা প্ৰকাৰ আঞ্জা আদি খায়ো মাই ৰান্ধি দিয়া আঞ্জা খাই যি তৃপ্তি পাইছিলোঁ। তাৰ এশ ভাগৰ এভাগো তৃপ্তি নাপাও।

আমাৰ আৰ্থিক অৱস্থা বৰ ভাল নাথাকিলেও অতিথি-অভ্যাগত, ইষ্ট-মিত্ৰ, শিষ্য-প্ৰশিষ্য আদিৰে আমাৰ ঘৰ ৰমক-জমক কৰা আছিল। প্ৰতি সাজতে আমাৰ মজিয়াত ২৫।৩০ খন পাত পৰা দৈনন্দিন সাধাৰণ ঘটনা আছিল। এই সকলো মানুহকে খুৱাই ধুৱাই মাই আত্মপ্ৰসাদ লাভ কৰিছিল। এনেকুৱা কামত মাইক বিৰক্ত বোধকৰা মই দেখা মনত নপৰে।

মাইৰ নিত্য কৰ্ম আছিল পুৱাই উঠি পিতাৰ নিমিত্তে বৰ ঘৰৰ আগ চালিত পিৰা এখন পাৰি, জাৰৰ দিনত হলে তাৰ ওপৰত এখন ভূটীয়া কম্বল পাৰি কাষতে দগ্‌দগী লতাত পানী, তাৰ ওপৰত মুখ মোচা কাপোৰ আৰু মুখ ধুই পানী

সেৱাৰ বাবে ভাৱৰ এটা হৈছিল। হোকাত পানী লগাই তামাখু এচিলিম লগাই বৈঠকত লোৱাকৈ ৰাখিছিল। এই কাম শঙ্কৰাক কেতিয়াও কৰিব দিয়া নাছিল যাতে পিতাই পুনৰাই উঠিয়ে কোনো কথাত আহুকাল পাব নালাগে।

কৰ্ম-ধৰ্মত মাইৰ দৰে তিৰোতা মই আৰু আন এগৰাকী দেখা নাই। ৰাতিপুৱাৰ পৰা ৰাতি ৯।১০ বজালৈ তেওঁৰ ওচৰলৈ মানুহ আহিছিল। কোনোবাই আহি লোণ খুজিছে, কোনোৱে চাউল, কোনোৱে ৰোগীক পথ্য দিবৰ বাবে মিছিৰি, কোনোৱে তেওঁলোকৰ ঘৰত অতিথি অহাৰ বাবে দালি বা আন আঞ্জা পাতি খুজিছিল। মাই কাকো বিমুখ নকৰিছিল, বা কাকো কটু কথাও কোৱা নাছিল। কোনো বিৰক্তি ভাব প্ৰকাশ নকৰাকৈ সকলোকে যথাসাধ্যে সন্তুষ্ট কৰি পঠাইছিল। গোটেই দিনটো চকৰী ঘূৰাদি এইবোৰ কামতে ফুৰিছিল। দুখ-ভাগৰ, এমাহ-বিৰক্তিয়ে তেওঁৰ লগ লব নোৱাৰিছিল। সেইবুলি মাই বৰ শকত-আৱত বুলী নাছিল। নিয়মীয়া চুটি চাপৰ, আৰু পৰিমিত শৰীৰৰ আছিল। ভাই-ভনী, ওচৰ-চুবুৰীয়া, শিষ্য প্ৰশিষ্য আদি লোকে তেওঁক লক্ষ্মীৰ অৱতাৰ বুলি পাছত ব্যাখ্যা কৰিছিল আৰু সকলোৱে তেওঁক লক্ষ্মীৰ সন্মানও দিছিল।

মাইৰ আলাপ বৰ মধুৰ আছিল; কিন্তু কেতিয়াও বৃথা কথা নকৈছিল। কাৰো লগত তৰ্ক-বিতৰ্ক কৰা তেওঁ বেয়া পাইছিল। মাইৰ ওচৰলৈ যি কোনো মানুহেই আহিছিল তেওঁ সাধাৰণ হোজা চহৰীয়ে হওক নাইবা শিক্ষিত ভদ্ৰলোকেই হওক, মাইৰ কথা-বাৰ্তাত সন্তুষ্ট হৈ তেওঁৰ প্ৰতি এটা সেৱাৰ ভাব লৈ ফিৰিব লাগিছিল।

আতুৰ মানুহ-দুখীয়া আহিলে মাইহঁতৰ পৰা কোনোবা

মানুহে আহিছে কৈ পঠালেই হ'ল আৰু আন দিহা-পোহা কৰাৰ কোনো আৱশ্যক নাছিল। যাক যেনেকৈ খুৱাব লাগে যাক যেনেকৈ দিব থব লাগে সকলোকে পৰিপাটি ভাবে কৰিব পাৰিছিল। কোনো আহুকাল ঘটা দূৰৈৰ কথা, তেওঁৰ পৰিপাটি ব্যৱস্থা দেখি সকলোৰে মন সন্তোষিত হৈছিল।

মাইৰ দিনত আমাৰ ভড়াল খালি হোৱা নাছিল। সকলো বস্তু যেনে চিৰা চাউল, লাৰু, পিঠা, জিলাপী, দৈ, মিঠৈ ইত্যাদি বস্তু কিছু কিছু সদায় জমা আছিল। সেই বাবে মানুহ দুনুহ অহাৰ লগে লগে কোনো প্ৰকাৰ বিপাকত পৰিব নালাগিছিল। ইয়াতে আৰু এটা কথা কওঁ; মাইৰ নিচিনা সিধা সাজিবলৈ কোনেও নাজানিছিল।

সিধা সজাৰ কথা হয়তো এতিয়াৰ মানুহে ভালকৈ বুজি নাপাব পাৰে। সেইদেখি এই কথাৰ অলপ বাখ্যা কৰাৰ আৱশ্যক হ'ল। এতিয়া বামুণ গোঁসাইৰ ঘৰত গৈ বান্ধি বাঢ়ি খোৱা কথা উঠি গ'ল। পৰিচিত অপৰিচিত যেয়েই নহওক পাগতে হব বুলি ঘপহকৈ কৈ দিয়ে; আনকি শুধাবো আৱশ্যক নাই। ভাতমুঠি বান্ধি পাত পাৰি দিলেই বহি যাব। আগৰ কালত তেনে নাছিল। মানুহৰ লগাভগা মিটিৰ কুটুম্ব সকলেও সকলোৰে পাগত নাখাইছিল। এই নিয়ম যে ধৰ্মৰ অঙ্গ আছিল ঠিক তেনে নহয়। ই এটা অভিজাত্যৰ চিন আছিল। আমাৰ বাইৰ শহুৰেক, জাগৰাৰ গোসাই আমাৰ পাগত নাখাইছিল। সেইদৰে আমাৰ পিতায়ো তেওঁলোকৰ পাগত নাখাইছিল। এনেকুৱা প্ৰথা চলিত আছিল। সেই কাৰণে আন সত্ৰৰ গোঁসাই বা আন কোনো বিশিষ্ট পণ্ডিত ব্ৰাহ্মণ আদি আহিলে নিজে পাক কৰি খাবলৈ তেওঁলোকক সিধা দিব লাগিছিল। এনেকুৱা সাধু

সজ্জন আমাৰ ঘৰলৈ সদায় আহিছিল। তেওঁলোকৰ বাবে চৰাঘৰৰ ওচৰতে এটা বেলেগ পাক-ঘৰ আছিল। সেই ঘৰ সদায় মুচি-কাচি চাফ্ চিকুনকৈ ৰখা হৈছিল। এই কাম কেতেকী বাইৰ ভাগত আছিল। কেতেকী বাই আমাৰ মাইৰ এজনী বান্দী আছিল। কেতেকী বাইৰ কথা পাছত কব লগা হব পাৰে।

এতিয়া সিধা সজাৰ কথা কম। এখন ডাঙৰ চক্-চকীয়া কাহীৰ মাজত (এজন হলে দুজনৰ জোখাৰে আৰু দুজন হলে চাৰিজনৰ জোখাৰে আৰু সেই অনুৰূপে) জহা চাউল ভালকৈ ধুই জৰ্জৰীযাকৈ সজাই দিব। ঠগ হব লাগিব দেৱতাৰ পূজাৰ নৈবেদ্যৰ নিচিনা। তন্ত্ৰৰ ভাষাত যুবতী নাৰীৰ স্তনৰ তুল্য। তাৰ ওপৰত এখন ফুল পাতৰ ঢাকনি থাকিব। কলৰ পাত ঘূৰনীয়াকৈ জাপি মাজত আৰু কাষত নানা প্ৰকাৰ ফুল কাটিলেই সেই ফুলপাত হৈছিল। এই কাৰ্য্যত কেচিৰ ব্যৱহাৰ নাছিল। সাধাৰণ তামোল কটা কটাৰীৰেই কাটিছিল। আন এখন কাহীত সৰু সৰু বাতিত নাইবা ঘূৰনীয়াকৈ কটা কল পাতত লোণ তেল, হালধি-মছলা জিৰা-জালুক, আদা-মাহপাত, জলকীয়া, চৰেলী আদি মছলা পৃথক পৃথক কৈ সজাই ওপৰত চাউল ঢাকি দিয়াৰ নিচিনা এখন ডাঙৰ ফুলপাতেৰে ঢাকি দিব লাগিছিল। বস্তুবিলাক নিয়মীয়া হব লাগিছিল যাতে অতিথিয়ে কোনো বস্তু বিচাৰিব নালাগে আৰু অযথা পেলনীও নাযায়। তাৰ পাছত আন এখন কাহীৰ ওপৰত বাতিত দালি তৰকাৰী মাছ ইত্যাদি বস্তু দি তাকো ফুল পাতেৰে ঢাকি দিছিল। বাতিত দিয়া আচল উদ্দেশ্য আছিল এই যে ৰন্ধাৰ পাছত সেই বাতিতেই যাতে ৰন্ধা বস্তু থৈ দিব পাৰে। ৰন্ধা বড়া

লোক হবৰ উপক্ৰমত গাখীৰ মিঠৈ ভালকৈ বান বাতিত সজাই দিব লাগিছিল। অতিথিৰ পদমৰ্য্যাদা অনুসৰি লিখা গজোৰা কাহীবোৰ হয় জাতিৰ ওপৰত তুলি দিব লাগিছিল নহয় এনেয়ে দিব লাগিছিল। কল্পাৰ বাবে বেৰিয়া, কৰাহী বাঁওলী, পানী, লতা, পিৰা আদি দিব লগাৰ কথা কোৱা বাহুল্য মাত্ৰ। এইবিলাক কামৰ জোখাৰে আৰণ্যকীয় বাচন বৰ্তন আমাৰ ঘৰত প্ৰচুৰ পৰিমাণে "আছিল।

[ ২ ]

মই মোৰ পিতা মাইৰ তৃতীয় সন্তান। মোৰ ওপৰত দুই ভনী। প্ৰথম ভনীৰ নাম বৃন্দাৱলী। এওঁৰ পাঁচজনী কন্যা সন্তান; সকলোৰে লৰা ছোৱালী জন্মিছে। একজন পুত্ৰ শ্ৰীমান প্ৰফুল্ল নাৰায়ণ গোস্বামী বি. এ. ডি পি. এড। দ্বিতীয়া ভনী পদ্মাবতী। এওঁৰ এটি মাত্ৰ কন্যা সন্তান। মোৰ তলত তিনি ভাই আৰু দুই ভনী। মোৰ পাছত জন্মিছিল ৺শৰৎ চন্দ্ৰ। তাৰ পাছত ক্ৰমে অমৃতচন্দ্ৰ, শ্যামচন্দ্ৰ আৰু ভনী ৰামেশ্বৰী। তাৰ পাছৰ ভনীৰ নাম জাহ্নবী। ভাই দুজনৰ ভিতৰত অমৃতচন্দ্ৰ মাইনৰ স্কুলৰ ৬ষ্ঠ মান শ্ৰেণীলৈ পঢ়ি পৰীক্ষা দিয়াৰ আগয়ে সন্নিপাতিক জ্বৰত ধুকায়। ই বৰ বুদ্ধিমান আছিল। ইয়াক মযে পঢ়াইছিলো; ৰোগত শুশ্ৰূষা কৰিছিলো আৰু সদায় একেলগে মোৰ লগত আছিল। সেই কাৰণেই বোধহয় ইয়াৰ মৃত্যুত মই বৰকৈ শোকত অভিভূত হৈ পৰিছিলো। বিশেষকৈ এটা কথাৰ বাবে এতিয়াও মোৰ মনৰ পৰা এই শোক সমূলি আঁতৰ হোৱা নাই; সময়ে সময়ে মনত পৰে। মই নিজে যেতিয়া কোনো ভাল কাপোৰ কাণ্ড

নাইবা নতুন জোতা কিনো অথবা মোৰ লৰাকে ভাল কাপোৰ বা জোতা আনি ভাল বস্তু দিও তেতিয়াহে ইয়াৰ কথা মনত পৰে। সময়ে সময়ে আনৰ অলক্ষিতে চকুৰ পানীও টুকিবলৈ বাধ্য হওঁ। সেই বিশেষ কথাটো ইয়াত উল্লেখ কৰিলো।

চাৰ বামফিল্ড ফুলাৰ চাহাব পূৰ্ব্ববঙ্গ আৰু অসম প্রদেশৰ লাট চাহাব হৈ নলবাৰীলৈ আহে। সেই সময়ত মোৰ বয়স কম হলেও মই নলবাৰীৰ একন নেতা আছিলো তেওঁৰ অভিনন্দন পত্রখনো প্রথমতে ময়ে অসমীয়া কৰি লেখি দিছিলো। শ্রীযুত হৰেন্দ্র নাৰায়ণ চৌধুৰীয়ে গুৱাহাটীৰ কোনোবা উকিলৰ দ্বাৰায় সেই খনকে হুবহু ইংৰাজী অনুবাদ কৰাই অনাইছিল। ইত্যাদি কাৰণত লাট চাহাবক অভ্যাৰ্থনা কৰিব যাবৰ নিমিত্তে মোৰ এজোৰা জোতা কিনাৰ আৱশ্যক হ'ল। তেতিয়া পিতা ঢুকাইছে মাত্র। ভয়ানক অৰ্থকষ্ট। কোনো-মতে এজোৰা জোতা সংগ্রহ কৰিছিলো। তাতে মোৰ ভাই অমৃত চন্দ্রই এজোৰা জোতাৰ বাবে গাউৰী ধৰিছিল। তাকতো জোতা দিব নোৱাৰিলেই, বৰং কন্দাৰ বাবে তাক এটা চৰহে মাৰিলো। এই নৃশংস ব্যৱহাৰৰ কথা মনত পৰিলে এতিয়াও মই মৰ্ম্মান্তিক কষ্ট অনুভব কৰো। সেই কাৰণেই বোধকৰো এতিয়াও মই লৰা ছোৱালীয়ে গাউৰী ধৰিলে তাক মিনতি কৰি নাইবা গাউৰীৰ বস্তু দি সন্তোষ কৰা স্বভাৱ পাইছো। কোনো লৰা ছোৱালীকে মই কষ্ট দিব নোৱাৰো। অমৃতৰ স্মৃতিৰ অৰ্থে নানা কল্পনা মনত লৈ তাৰ নাম অনুসৰি অমৃত এজেন্সি নাম দি দোকান এখন পাতি-ছিলো।এই দোকান নষ্ট হ'ল। আৱশ্যক হলে পাছলৈ এই প্রসঙ্গ ওলাব পাৰে। সৰুজন ভাই অৰ্থাৎ শ্যাম চন্দ্র সৰুতে (পিতা বৰ্ত্তমান থাকোতেই) কুমিলায়িক ৰোগত পৰি ঢুকায়।

শ্যাম চন্দ্র দেখাত বৰ ধুনীয়া আছিল। গাৰ বৰণ কেঁচা সোণৰ নিচিনা আছিল। পিতাই ইয়াক গৌৰাঙ্গৰ অৱতাৰ বুলি কৈছিল। ইয়াৰ মৃত্যুত মাই আৰু পিতি বৰ শোকাকূল হৈছিল। মই সৰু থকাৰ কাৰণেই বোধকৰো ইয়াৰ শোক মই বৰ অনুভব কৰিব পৰা নাছিলো।

ভাইৰ ভিতৰত পিছলৈ থাকিলো মই আৰু শৰৎ। আমাৰ দুয়োৰো জীৱনো ওতঃপ্ৰোত ভাবে জড়িত। এজনৰ কথা কলে আন জনৰ কথা কব লাগিব। ক্ৰমে সেই সকলোবিলাক কথা কবৰ যত্ন কৰিম।

[ ৩ ]

৬০।৬৫ বছৰ আগেয়ে মানুহ পুত্ৰবান হোৱাতো সৌভাগ্য বুলি বিবেচনা কৰিছিল। আজিও একেবাৰে নকৰা নহয়। মোৰ পিতা এই অঞ্চলৰ গণ্যমান্য আৰু সকলোৰে শ্ৰদ্ধাভাজন লোক আছিল। তেওঁৰ ক্ৰমান্বয়ে দুটা কন্যা-সন্তান হোৱাত সকলোৱে তেওঁৰ পুত্ৰ জন্মাৰ কাৰণে কামনা কৰিছিল আৰু পুত্ৰ লাভৰ অৰ্থে নানা প্ৰকাৰ শান্তি-সস্ত্যয়ণ, গৰখীয়া সেৱা আদি কৰাৰ কথাও মই পাছত মানুহৰ মুখত শুনিছিলো। যি হওক মোৰ জন্মত পিতা-মাতা আৰু আত্মীয় স্বজন, শিষ্য-সেৱক সকলোৱে মন আনন্দিত হৈছিল। অনেক ব্ৰাহ্মণ-সজ্জনে মোৰ জন্ম কথা শুনি পিতাক দেখা কৰাত পিতাই তেওঁলোকক সাধ্য অনুসৰি দান দক্ষিণা কৰা বুলিও আনৰ মুখত শুনিছিলো।

সকৰে পৰা মই টেঙু আছিলো। গাৰ বৰণ কঁলা আছিল। এতিয়াও অৱশ্যে বগা নহয়। সেই কাৰণে আবুই

মৰম কৰি মোক কৈছিল—"ডাঙৰ বাপাৰ এইটো কি শিঙিৰ চানা জন্মিল" ইত্যাদি দুই চাৰি কথা মোৰ এতিয়াও মনত আছে। মোৰ সৰু ভাই ৺শৰৎ চন্দ্ৰৰ গাৰ বৰণ বগা আছিল আৰু তেওঁ মোতকৈ হৃষ্টপুষ্ট আছিল। তেওঁ মোতকৈ তিনি বছৰৰ সৰু; তথাপি সৰু কালত তেওঁৰ বল বেছি আছিল। শাৰিৰিক সৌন্দৰ্য্যও অধিক আছিল। সেইবুলি মাই পিতি মোক কম মৰম কৰি তেওঁক অধিক মৰম কৰা বুলি ভাবিলে মিছা কোৱা হব। পিতি, মাই আৰু আত্মীয় স্বজনৰ মানত আমি দুয়ো সমান আদৰৰ পাত্ৰ আছিলো।

আমাৰ পেহী চন্দ্ৰকান্তি দেৱী বাল বিধবা আছিল। বিধবা হোৱাৰ পাছৰ পৰা তেওঁ কেতিয়াও শহুৰেকৰ ঘৰলৈ যোৱা নাছিল। পেহী মোক সকলোতকৈ বেছি মৰম কৰিছিল। মই তেওঁৰ আলাসৰ লাৰু আছিলো; ময়ো তেওঁৰ একান্ত অনুৰক্ত ভক্ত আছিলো। পেহীৰ নিৰামিষ ভাত খাবলৈ মই ৰাতি দিনে বৈ আছিলো। পেহী নলবাৰীৰ মহিলা সকলৰ নেত্ৰী আছিল বুলিলেহে তেওঁৰ আচল স্বৰূপ বুজা যাব।

পিতা মৰাৰ পাছত পেহীয়ে আমাৰ অভিভাবিকা স্বৰূপ হৈছিল। নাতি সন্তান নথকাৰ বাবেই হব পায় এওঁৰ স্বভাৱ বৰ উগ্ৰ আছিল। এওঁ গীত-পদ গোৱা, নামধৰা, কাপোৰ বোৱা, জিলাপী পুৰা, আদি কৰি তেতিয়াৰ দিনত যি বিলাক কাম জানিলে তিৰোতা মানুহ অগ্ৰগণ্য হব পাৰিছিল সেই আটাইবিলাক কামকাজ তেওঁ জানিছিল। সৰু লৰা-ছোৱালীৰ আৰু প্ৰসূতাৰ চিকিৎসাত তেওঁ বৰ পাকৈত আছিল। সেই কালত হলেও তেওঁ লিখিব পঢ়িব জানিছিল। সংস্কৃত ভাষাতো তেওঁৰ জ্ঞান আছিল। এই পেহীৰ পৰা মই বহুতো শিক্ষা পাইছো। ৰামায়ণ মহাভাৰত, আৰু আন

পুৰানৰ উপাখ্যান মোৰ সরু কালতে পেহীৰ মুখত শুনি শুনি নিভুলভাবে শিকিছিলো। ভাল ভাল পদ বিলাক মুখস্থ কৰাইছিল পেহী নিজে গাই দিছিল। পৰবৰ্ত্তী কালত পেহীৰ মুখত শুনা কথা বিলাক পুথিত পঢ়িব পাই বৰ আনন্দ লাভ কৰিছিলো। আজিও তেওঁৰ বিদ্যাবত্তাৰ কথা ভাবি মই আনন্দ লাভ কৰো। এই পেহীয়ে মোৰ শিক্ষাৰ গুৰি ধৰোতা আছিল। সেই বাবে পেহীৰ কথা ইয়াত উল্লেখ কৰিলো।

[ ৪ ]

আন লৰা ছোৱালীৰ নিচিনা আমি দুই ভাই (শৰৎ আৰু মই) ক্ৰমে ডাঙৰ হব ধৰিলো। মোৰ মনত পৰাত সেই সময়ত কোনো উল্লেখ যোগ্য কথা আমাৰ দুই ভাইৰ জীবনত ঘটা নাই। কেৱল খোৱাৰ সময়ত মই খঁকিয়াল কৰিছিলো। তাৰ ভিতৰত প্ৰধান আছিল সমস্ত পিৰা জোৰাই বৰ ওখ কৰি তাৰ উপৰত বহা আৰু সেই কাৰণেই মাই মোক সদায় ঠিয় হৈ ভাত খুৱাই দিব লাগিছিল।

আমাৰ পঢ়াৰ বন্দোবস্ত হ'ল। মোক সংস্কৃত পঢ়ুৱাই সত্ৰৰ অধিকাৰ কৰিবৰ মনেৰে বোধহয় পিতাই মোৰ বিদ্যা-বস্ত কৰিলে আমাৰ ওচৰৰে সন্ধেলীৰ ৺শাস্ত্ৰৰ অধ্যাপকৰ তলত। তেওঁ আমাৰ ঘৰতে থাকি মোক কলা শিকাব ধৰিলে আৰু মোৰ লগতে দুই চাৰিজন আন ছাত্ৰও হোৱাত বাহিৰত এটা ঘৰ কৰি দি পিতাই সেইখন পঢ়াশালীকে পাতিলে। সেউ কেঁতিয়াবা ঘৰৰ পৰা আহে আৰু কেতিয়াবা আমাৰ ঘৰতে থাকে।

শৰৎক ইংৰাজী শিকাবৰ মনেৰে হয় পাৰ, তেওঁৰ

সিদ্ধান্ত কৰিবৰ কাৰণে বোৰকা পানিটৈমাৰ পৰা মাটিৰাম নামেৰে এজন পণ্ডিত আনি ঘৰতে ৰাখিলে। মাটিৰামে শৰতক ফলা শিকাব ধৰিলে। একোদিন শৰতে পঢ়িব নাহি ঠেহপাতি চাওৰ তলত সোমাই থাকে নাইবা মানুহে বিচাৰি নোপোৱাকৈ ঘৰৰ চুকত বহি থাকে। তেনে অৱস্থাত মাটিৰাম পণ্ডিতে তেওঁক বিচাৰি আনি শ্লোক গাই গাই পঢ়াবৰ যত্ন কৰে। শ্লোক সাধাৰণতঃ এইটোৱেই—

"অৰতৰ গিৰীসূতা, মাকে দোলে পঢ় পুতা
পঢ়িলেহে মিলে দুধে ভাত, নপঢ়িলে চাওৰ খুটা"

এইদৰে আমাৰ পঢ়া আৰম্ভ হ'ল। মোৰ ফলা আহিল, আখৰ চিনিলো, ক্ৰমে শব্দ সাধা আৰম্ভ হ'ল। অমৰকোষ মুখস্থ কৰিব দিলে। শৰতৰো ফলা আহিল। ধাৰাপাত শেষ হ'ল। মৌখিক অঙ্কও জনা হ'ল। এনেতে পিতাৰ আৰ্থিক অৱস্থা শোচনীয় হৈ আহিল। সেই কাৰণেই হৰ পায় শম্ভুদেউ আৰু মাটিৰাম পণ্ডিতক বিদায় দিলে। আমি যথাৰীতি নলবাৰীৰ মাইনৰ স্কুললৈ যাব ধৰিলো। মই আগেয়ে ধাৰাপাত আদি নপঢ়াত এই স্কুলত অসুবিধা ভোগ কৰিব ধৰিলো আৰু শৰতে মাটিৰাম পণ্ডিতৰ পৰা অঙ্ক আদি শিকাৰ বাবে কোনো অসুবিধা নাপাইছিল।!

সেই সময়ত আমাৰ স্কুলত ৺যজ্ঞৰাম দাস হেড্‌মাষ্টৰ ৺বিজয় চন্দ্ৰ মেধি হেডপণ্ডিত আৰু লক্ষ্মীনাথ শৰ্ম্মা চেকেণ্ড পণ্ডিত। যজ্ঞৰাম হেড্‌মাষ্টৰে কেন্দু গছৰ ঠানিৰে লৰাক ৰৰকৈ কোবাইছিল। যদিও আমি তেওঁৰ "বেত্ৰৰ প্ৰহাৰ যোগ্য" হোৱা নাছিলো তথাপি আন লৰাক কোবোৱা দেখিলেই আমাৰ গাত ধাতু নোহোৱা হৈছিল। চেকেণ্ড পণ্ডিত লক্ষ্মীনাথ শৰ্ম্মায়ো লৰাক কোবাইছিল। তেওঁ এদিন বাহৰ বৰ

দীঘল এজাল চেকনি চাচি লৈ গৈছিল। ক্লাচত সোমাই তেওঁৰ মাচিয়াখনত বহিয়ে তেওঁ কলে, "আজি আৰু উঠিব নালাগে। সকলোকে ইয়াৰ পৰাই লগ পাম।" মই কোণাৰ ফালে চুবৈত আছিলো; মোৰ দুৰ্বুদ্ধি হল। মই কলো, "চাৰ, আমাক লগ নাপাব!" তেতিয়া তেওঁ তাৰ পৰা উঠি আহি মোকে প্ৰথমতে তেওঁৰ "বেত্ৰৰ প্ৰহাৰ যোগ্য" কৰিলে। তেতিয়াৰ পৰাই মই স্কুল এৰি আছিলো। বোধ কৰো পিতাই একৰাই আনিলে। মোৰ ঘৰতে পঢ়া আৰম্ভ হল। মোৰ বয়স তেতিয়া ১০ বছৰমান হব লাগে। তলত উল্লেখ কৰাৰ নিচিনা মোৰ কৰ্মৰ তালিকা নিৰ্দ্ধাৰিত হল।

পুৱাই উঠি পূজাৰ ফুল তুলসী তুলিব লাগে। তাৰ পাচত পিতাই নিজে বৰ্ণমালা ব্যাকৰণ আৰু অভিধান পঢ়ুৱায়। তাৰ পাছত গাধুই তিতা মুখ-মোচা।পদ্ধি লক্ষীনাৰা য়ণৰ ভোগ বান্ধিব লাগে। ভাঠিবেলা আহাৰৰ সময়। গধুলি পুৱা পঢ়া পাঠ অভ্যাস কৰিব আৰু সময় পালে পিতৃ মুখে মুখে আন আন কথা শিকায়; তাৰ ভিতৰত গোসাই পূজাৰ মন্ত্ৰ আৰু জ্যোতিষৰ সৰু-সুৰা কথাই প্ৰধান আছিল। ১১ বছৰ বয়সত মোৰ উপনয়ন হৈছিল। তাৰ পাছৰ পৰা সময়ে সময়ে মই নিজে গোসাই ধুৱাবও লাগিছিল। লগুণ দিয়াৰ পৰা পুৱা বাহিগাৰে খোৱা বন্ধ হল। অৱশ্যে এতিয়াৰ নিচিনা তেতিয়া চাহ-জলপানৰ চলতি নাছিল। থাকিলে কি হলহেতেন কব নোৱাৰো।

পিতাৰ পিত্তশূলৰ বেমাৰ আছিল। ক্ৰমে এই ৰোগ বাঢ়ি অহাত তেওঁ বাহিৰলৈ ওলাব নোৱাৰা হৈ আহিল। গতিকে সময়ে সময়ে মই শিষ্যৰ ঘৰলৈও নিমন্ত্ৰণ আদিত যাবলগীয়া হল। আন আন ঘৰুৱা কামতো মোৰ মাজে

সময়ে যোগ দিয় লগাটো ক্রমে বৃদ্ধি হৈ আহিল। মোৰ নিয়মিত পঢ়া বন্ধ হল। পিতায়ো নিজৰ অসুখৰ বাবে পঢ়াব নোৱাৰা হল।

বালাবনগাৱঁৰ লক্ষ্মীকান্ত কবিৰত্ন দেউ কোচবিহাৰ ৰাজ্যৰ দ্বাৰপণ্ডিত মহামহোপাধ্যায় ৺সিদ্ধ নাথ বিদ্যাবাগীশৰ টোলত পাঠ শেষ কৰি কবিৰত্ন উপাধি লৈ ঘৰলৈ আহিল। এওঁৰ কবিত্ব শক্তি অনিন্দনীয় আছিল। কিন্তু আমাৰ সমাজত পণ্ডিত ৰূপে নাম কৰিবলৈ হলে গীতা-ভাগৱত, স্মৃতি জ্যোতিষ কিছু জানিব লাগিছিল; নাজানিলে সমাজত প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰিছিল। কোচবিহাৰত দেউৰ এই বিলাক শিক্ষা হোৱা নাছিল। গতিকে তেওঁ আহি পিতাৰ ওচৰত এই বিলাক শাস্ত্ৰৰ পাঠ আৰম্ভ কৰিলে। লগতে ভক্তিৰাম মিশ্ৰ নামেৰে এজন ছাত্ৰ লৈ আহিছিল; তেওঁকো সাহিত্য ব্যাকৰণ পঢ়ায়।

[ ৫ ]

মই লক্ষ্মীদেউৰ অনিয়মিত ছাত্ৰ হলো। তাৰ পাছত লক্ষ্মীদেউ পিতাৰ ওচৰত ১ বছৰ মান পঢ়ি কৈবাৰাত টোল পাতিলে। ময়ো তেওঁৰ লগতে কৈবাৰালৈ গৈ আগৰ নিচিনা টোলত অনিয়মিত ছাত্ৰ হলো। ঘৰত কোনো বিষয়ে টান লাগিলে ঘৰলৈ আহো, আৰু সুবিধামতে চাউল-দালি, মাছ-পুথি টোপোলা বান্ধি লৈ টোললৈ যাও। এইদৰে ছয়-মাহমান পঢ়ি সংস্কৃতৰ প্ৰথম পৰীক্ষা ভালদৰে পাছ কৰিলো।

মই সংস্কৃত প্ৰথম পৰীক্ষা পাছ কৰাৰ বছৰতে শৰতেও নলবাৰীৰ পৰা মাইনৰ পাছ কৰিলে। দুয়ো একেলগে

পৰীক্ষা দিবলৈ গুৱাহাটীলৈ গৈছিলো। পিতাই আমাক লৈ গৈছিল। গুৱাহাটীৰ উগ্ৰতাৰা দেৱালয়ত আমাৰ এটা নিজা ঘৰ আছিল। আমাক তাতে চাকৰ এজনৰ লগত থৈ পিতা শিষ্য ফুৰিবৰ কাৰণে শোৱালকুছি আৰু পলাশবাৰীলৈ গ'ল। প্ৰধান উদ্দেশ্য আছিল মোৰ বিয়ালৈ কইনাৰ কাপোৰ কিনা। মোৰ বিয়াৰ কথা পাছত কম।

প্ৰসঙ্গক্ৰমে মহামহোধ্যাপক উপাধিৰ কথা একাষাৰ কৈ থওঁ। আগেয়ে কামৰূপৰ সংস্কৃত পঢ়া ছাত্ৰ সকলে প্ৰসিদ্ধ দাহুদীয়া দেউৰ (সনাপতি বিদ্যাবাগীশ) টোলত পাঠ শেষ কৰি অধ্যাপক হৈ আহিছিল। তেওঁ বুঢ়া হোৱাত সেই ঠাই অধিকাৰ কৰিলে কোচবিহাৰৰ ৺সিদ্ধনাথ বিদ্যা-বাগীশে। ভাল পণ্ডিত হব খোজা কামৰূপৰ ছাত্ৰ সকলে গৈ বিদ্যাবাগীশ মহাশয়ৰ ওচৰত পাঠ শেষ কৰিছিল। কাম-ৰূপত তেওৰ বহুতো ছাত্ৰই পণ্ডিত হৈ সমাজত খ্যাতি - প্ৰতি-পত্তি লাভ কৰিছিল। আমাৰ দেশৰ উজ্জ্বল ৰত্ন মহামহো-পাধ্যায় ৺ধীৰেশ্বৰাচাৰ্য্য সিদ্ধনাথ বিদ্যাবাগীশৰ ছাত্ৰ আছিল। এও পিতাৰ লগত ভাগবতৰ চৰ্চ্চা কৰিছিল। সময়ে সময়ে স্থানবোৰৰ টীকা-টিপ্পনী পঢ়িছিল।

এইদৰে বিদ্যাবাগীশ মহাশয়ৰ খ্যাতি প্ৰতিপত্তি আমাৰ আমাৰ দেশত বাঢ়ি গৈছিল আৰু আমাৰ দেশৰ ছাত্ৰ সকলৰ জৰিয়তে কামৰূপৰ ভাল ভাল পণ্ডিত সকলৰ বিষয় তেওঁ ভালদৰে জানিছিল। এও ৰত্নমালা ব্যাকৰণৰ গুঢ় প্ৰকাশিত নামেৰে এখন টীকা ৰচনা কৰিছিল। মাজে মাজে তাৰ পাণ্ডু-লিপি পিতাৰ ওচৰলৈ আহিছিল। কামৰূপৰ ছাত্ৰসকলৰ পৰা পিতাৰ বিদ্যাবত্তাৰ কথা জানি বোধকৰো চাবলৈ দিছিল।

মহাৰাণী ভিক্টোৰীয়াৰ ৰজত জয়ন্তী উপলক্ষে গৱৰ্ণ-

মেণ্টে মহামহোপাধ্যায় উপাধিৰ সৃষ্টি কৰি কিছুমান প্ৰসিদ্ধ পণ্ডিতক সেই উপাধি দিয়ে। সম্ভবতঃ তাৰে অনুকৰণ কৰি কোচবিহাৰৰ মহাৰজাই ৺সিদ্ধনাথ বিদ্যাবাগীশক মহামহাধ্যাপক উপাধি দিছিল।

[ ৬ ]

মই সংস্কৃতৰ প্ৰথম পৰীক্ষা পাছ কৰাৰ কথা আগতে কৈছো; শৰতেও মাইনৰ পাছ কৰিলে আৰু ছাত্ৰবৃত্তিৰ মাহিলি ৪৲ টকাকৈ বৃত্তি পালে। পিতাই নি তেওঁক গুৱাহাটীৰ হাই-স্কুলৰ বৰ্ডিঙত থলে। আগেয়ে গুৱাহাটীলৈ পঢ়িব যোৱাও টান আছিল। আমাৰ মফচলীয়া মানুহৰ মনত গুৱাহাটী নান প্ৰকাৰে ভয়ৰ স্থান আছিল। তদুপৰিও দুদিন খোজ কাঢ়ি গৈহে গুৱাহাটী পাব পৰা আছিল। সেই কাৰণে আমাৰ ইয়াত ইংৰাজী শিক্ষাৰ প্ৰচলন প্ৰায় নাছিল আৰু সেই কাৰণেই পাচত আমি নলবাৰীত হাইস্কুল পাতিছিলো। সেই কথা পাছলৈ থাকিল। ইয়াতে আৰু এটা কথা কৈ থও। পাচত আমি দুয়োভাই ডাঙৰ গোসাই আৰু সৰু গোসাই নামে জনাজাত হৈছো। প্ৰায়লোকে ডাঙৰ গোসাই, সৰু গোসাই বুলিলে আমাক দুয়োকে বুজে। সেই কাৰণে এতিয়াৰ পৰা শৰতৰ প্ৰসঙ্গ ওলালে সৰু গোসাই বুলিয়ে লিখিম। মই শৰতক কেতিয়াও নাম কাঢ়ি মতা নাছিলো গতিকে পুনঃ পুনঃ শৰৎ শৰৎ লিখিব ভাল লগা নাই।

পিতাই সৰু গোসাইক থৈ আহিল আমাৰ শিষ্যৰ লৰা ৺ধীৰেন্দ্ৰ নাথ শৰ্ম্মাৰ লগত। এও কৰৰা মাইনৰ স্কুলৰ পৰা পাছ কৰি গৈ দুই তিনি বছৰ আগৰে পৰা গুৱাহাটীত পঢ়িছিল।

এওলোকৰ অভিভাৱক হ'ল ৺শ্ৰদ্ধাৰাম চৌধুৰী। এও হোষ্টেলৰ চুপাৰিণ্টেণ্ডেণ্ট্ আছিল। পিতাই সাধ্যানুসৰি খৰচ যোগাইছিল। মই গৈ কৈৰাবাত দ্বিতীয় পৰীক্ষাৰ পঢ়া আৰম্ভ কৰিলো। এনেতে পিতা ঢুকাল। মই চাৰিওফালে অন্ধকাৰ দেখিলো আৰু মোৰ জীৱনৰো প্ৰথম পৰ্ব্ব শেষ হ'ল।

# ২য় পৰ্ব্ব

## [ ১ ]

পিতাৰ পিত্তশূল ৰোগৰ কথা আগতে কোৱা হৈছে। এই ৰোগত তেওঁ বৰ কষ্ট পাইছিল আৰু নানা প্ৰকাৰ চিকিৎসা কৰিও বিশেষ ফল পোৱা নাছিল; কেৱল সাময়িক উপকাৰহে মাত্ৰ পাইছিল। পিতাই আয়ুৰ্ব্বেদিক, নিদানিক আৰু ডাক্তৰী (এলোপ্যাথিক) চিকিৎসা কৰাইছিল; পিতাৰ চিকিৎসক সকলে পিতাক ইমান শ্ৰদ্ধা কৰিছিল যে তেওঁলোকে টকা পইচা নিয়া দূৰৈত থাকক তাৰ ভিতৰত দুই এজনে পিতাক পিতা বুলি সম্বোধন কৰিছিল আৰু তেওঁৰ লগত নিজৰ লৰাৰ দৰে ব্যৱহাৰ কৰিছিল। পিতাৰ চিকিৎসক সকলৰ ভিতৰত জাজীয়াবাৰীৰ আলহ ভকতে শেষত সক গোসাঁইক এডাল ২½ তোলা মান ওজনৰ সোণৰ মণি

উপহাৰ দিছিল। মোৰ লগত ১।। তোলা মান ওজনৰ সোণৰ মণি এডাল আগৰে পৰাই আছিল। তেওঁৰ লগত নথকাই মোৰ ককাৰো হুকুতে নিজখনোৰে গঢ়াই আনি দিলে। আন এজন চিকিৎসক কাশী ৰামচন্দ্ৰ কবিৰাজ। এওঁ ব্ৰাহ্মণ আছিল। এওঁ নিদানিক আৰু অবধৌতিক মতে চিকিৎসা কৰিছিল, পিতাৰ চিকিৎসক স্বৰূপে আহি আমাৰ ঘৰত এবছৰমান আছিল। স্থায়ী উপকাৰ নহলেও আমাৰ অঞ্চলৰ বহুত জটিল ৰোগীক তেওঁৰ চিকিৎসা নৈপুন্যৰ দ্বাৰাই আৰোগ্য কৰিছিল। এওঁ আমাক নিজৰ ভায়েকৰ দৰে স্নেহ-যত্ন কৰিছিল আৰু নানা প্ৰকাৰ মিষ্টান্ন প্ৰস্তুত কৰিও খুৱাইছিল। এৱেঁই প্ৰথমে আমাক কিচ্‌মিচ্‌, বাদাম, পেস্তা আদি দি পৰমান্ন ৰান্ধি খুৱাইছিল। তাৰ আগয়ে পৰমন্নাত কিচ্‌-মিচ্‌ দিয়া কথা আমি নাজানিছিলো।

পিতাৰ চিকিৎসাৰ কথা বহলাই লিখাৰ প্ৰয়োজন নাই যেন লাগে; কিন্তু সেই প্ৰসঙ্গতে ৫০।৬০ বছৰৰ আগৰ চিকিৎসা, চিকিৎসক সকলৰ লোকহিতৈষণা আৰু চিকিৎসাৰ অভিজ্ঞতা কেনে আছিল; সকলো কথা জনা যায় গতিকে এই বিষয়ে কিছু দীঘলীয়া হলেও বিৰক্তিকৰ আৰু অদৰকাৰী নহব।

৫০।৬০ বছৰ আগতে আমাৰ দেশত তিনিবিধ চিকিৎসা প্ৰণালী আছিল আৰু লগতে ডাক্তৰী চিকিৎসাও সামান্য ৰকমে প্ৰচলিত হবৰ উপক্ৰম হৈছিল। নলবাৰীত এখন ডাক্তৰ-খনা আছিল। তাতহে মানুহে প্ৰায়ে ঔষধ নাখাইছিল। পিতা উদাৰপন্থী লোক থকাৰ কাৰণে তেওঁ ডাক্তৰী মতেও নিজৰ চিকিৎসা কৰিছিল। তেতিয়া নলবাৰীত এজন মুছলমান ডাক্তৰ আছিল। ডাক্তৰৰ বাহিৰে তিনিও বিধ চিকিৎসকক

ওজা বুলিছিল। কবিৰাজ শব্দ তেতিয়া প্ৰচলন নাছিল। তিনিও বিধ চিকিৎসাৰ ভেদ বুজাবলৈ নিদানিক, আসুৰিক, আৰু ব্যাধি. এই তিনিটা বিশেষ বিশেষণৰ প্ৰয়োগ হৈছিল। আয়ুৰ্বেদমতে চিকিৎসা কৰোতা সকলক নিদানিক ওজা, পৰম্পৰাগত প্ৰথা আৰু আসুৰিক মতৰ পুথি অনুসাৰে চিকিৎসা কৰোতা সকলক আসুৰিক ওজা, আৰু ঘাঁ কোৰা, বাগী নাৰ্‌জা প্ৰভৃতি ৰোগৰ চিকিৎসা কৰোতা সকলক ব্যাধিৰ ওজা বুলিছিল। এওলোকে কটাছিঙা, ৰক্ত মোক্ষণ আদি ক্ৰিয়াও ভাল ভাবে কৰিছিল। এওলোকক বেজও বুলিছিল। বেজ কথাটো বৈদ্য শব্দৰ পৰা অহা যেন লাগে। এওলোকে ধন্বন্তৰীৰ মতানুযায়ী চিকিৎসা কৰে। এই বেজসকলে বাত বিষ, মূৰৰ বিষ, আনকি পুৰাণ জ্বৰ আদিও ৰক্ত মোচন কৰি ভাল কৰিব পাৰিছিল। এই ৰকমে চিকিৎসা কৰি ৰোগ নিৰাময় কৰা মই নিজে দেখিছো। আসুৰিক চিকিৎসা আসুৰ বেদ সম্মত। আসুৰ বেদ অথৰ্ব্ববেদৰ উপবেদ—আয়ুৰ্বেদ যেনে। আসুৰিক চিকিৎসা আধুনিক হোমিওপ্যাথিকৰ লগত সাদৃশ্য থকা যেন অনুমান কৰিব পাৰি। ৰবিবোৰ অতি সৰু সৰু আৰু লক্ষণ অনুযায়ী ঔষধ দিয়া হয়। বৈদ্য-অমৰ আসুৰিক ওজাবিলাকৰ প্ৰমাণিত গ্ৰন্থ।

নিদান শব্দৰ অৰ্থ কাৰণ; আয়ুৰ্বেদ মতে সকলো ৰোগৰ কাৰণ বায়ু, পিত্ত আৰু কফ ; এই তিনিবো সমনিৰস অৱস্থাভেদে নানা প্ৰকাৰ ৰোগ জন্মে। এনেকি সৰ্পদংশনতো বায়ু, পিত্ত আৰু কফৰ তাৰতম্য ভেদে বিষয় আৰু লক্ষণৰ ভেদ হয় বুলি ভাবে। এই কাৰণ অৰ্থাৎ বায়ু, পিত্ত আৰু কফক সাম্য অৱস্থালৈ আনি ৰোগ উপশম কৰাৰ কাৰণে আয়ুৰ্বেদ মতাৱলম্বী চিকিৎসক সকলক নিদানিক ওজা বোলে।

মোৰ সৰু কালত (মনত পৰা অৱস্থাত) নিদানিক

ওজা বিলাকৰ ভিতৰত এগৰাকীদৰৰ হংসনাথ চৌধুৰী, দেৱনাথ চৌধুৰী, ৰাধানাথ চৌধুৰী (নাজিৰ) কৈৱাবাৰ যোগেশ্বৰ শৰ্মা গবেমাৰাৰ ৰঘুনাথ শৰ্মা, (ভেকেলীয়া ওজা) দক্ষিণ গঞ্জা ওজ, দেৱকুছিৰ ওজা, পৰলাৰ যজ্ঞেশ্বৰ ডাক্তৰ প্ৰভৃতি প্ৰধান আছিল। এতিয়াৰ সুপ্ৰসিদ্ধ কবিৰাজ কুলবিল সত্ৰৰ পদ্মচন্দ্ৰ গোস্বামী ভিষক্‌শিৰোমণিৰ নাম ফাটিফুটি নোলালেও মানুহে কুলবিলৰ ওজা গোসাই বুলি তেওঁক জানিছিল। পৰৱৰ্ত্তী কালৰ প্ৰসিদ্ধ চিকিৎসক ৺বৈকুণ্ঠনাথ চৌধুৰীও তেতিয়া উদীয়মান চিকিৎসক। এওলোক সকলোৰে লগত মোৰ সংশ্ৰৱ ঘটিছিল।

[ ]

পিতাক সমশেৰত চিকিৎসা কৰিছিল যজ্ঞ ডাক্তৰে। এও পিতাৰ মৃত্যুৰ সময়লৈ চিকিৎসক আছিল। সকলো ৰোগৰ লক্ষণ আৰু ঔষধৰ তালিকা বঙালী পদ্যত এওঁৰ মুখস্থ আছিল। এওক মানুহে ডাক্তৰ বুলিছিল। যজ্ঞ ডাক্তৰৰ হাতত মানুহৰ মৃত্যু হলে আত্মীয় স্বজনে ৰোগীৰ আয়ু নাই বুলিয়েই স্থিৰ কৰিছিল।

এও কবিৰাজ হোৱা এটা কৌতুহল জনক ইতিহাস আছে। পাঠকৰ মনোৰঞ্জক হব বুলি ভাবি তেওঁৰ নিজ মুখৰ পৰা শুনা কথা ব্যক্ত কৰিলো। এও সৰুতে বহুদিন জ্বৰ ভোগ কৰিছিল। পেটত বৰ ডাঙৰ পিলে হৈছিল। হাত ভৰি ফিঁকিছিল আৰু আন নানা জটিল লক্ষণ প্ৰকাশ পাইছিল। পিতাকে মৰিব বুলি জানি চিকিৎসা এৰি দিছিল। পাছে পুৰোহিতৰ উপদেশ অনুসাৰে সত্যনাৰায়ণ পূজা কৰিবলৈ মন কৰি পূজাৰ দিন ক্ষণ ঠিক কৰিলে আৰু এক কলহ পানীৰ

আনি থৈ দিলে। দৰিদ্ৰতাৰ কাৰণে আন যোগাৰ সম্পূৰ্ণ হৈ উঠা নাছিল। সেই আহাৰ মহীয়া দিনত দৈ গাখীৰ দুই তিনিদিন থকা কাৰণে অতিশয় টেঙা হৈছিল। পূজাৰ আগ-দিনা যজ্ঞেশ্বৰে গোটেই কলহ গাখীৰ শেষ কৰি পি খাই থৈছিল। পিতাকে আন বস্তুবোৰ জোগাৰ কৰি লৈ আহি দেখে যে গাখীৰ নাই। অনুসন্ধান কৰি পুতেকৰ কাৰ্য্য জানিব পাৰি খঙতে পুতেকক মাৰি ধৰি ঘৰৰ পৰা উলিয়াই দিলে। সেই যে ওলাই গ'ল, বালক যজ্ঞেশ্বৰৰ আৰু কোনো খবৰ বাতৰি নাই। একেবাৰে ২৫।৩০ বছৰ বয়সত বঙ্গদেশৰ ৰাজসাহী জিলাৰ পৰা একেবাৰে কবিৰাজ হৈ ঘৰলৈ উভতিল। সেই সময়ত তেওঁৰ পোছাক পৰিচ্ছদ আধুনিক থকাৰ কাৰণে অৰ্থাৎ ভৰিত জোতা, গাত ক'লা চাৰ্জ্জৰ দীঘল কোট, হাতত বাবুৱানী লাঠি- ইত্যাদি লৈ ফুৰাৰ কাৰণে মানুহে তেওঁক ডাক্তৰ আখ্যা দিছিল।

তেতিয়াৰ পৰাই মানুহজনৰ প্ৰতি মোৰ অশেষ শ্ৰদ্ধা জন্মিছিল। দেখিবলৈও সুন্দৰ, শকত-আৱত সৌম্য মূৰ্ত্তি। দেখিলেই মানুহৰ মনত ভাল লাগে। ৰোগীৰ কাষত বহি নাড়ী টিপি, গা-পিতিকি, জিভা মেলিব দি, চাই চিন্তি কথা পাতিব ধৰিলেই ৰোগৰ যন্ত্ৰনা পাহৰি ৰোগী সুস্থ হৈ উঠা যেন লগিছিল। ৰোগীৰ আত্মীয় স্বজনেও তেওঁ আহিলে ঈশ্বৰৰ আশীৰ্ব্বাদ লৈ অহা যেন পাইছিল।

যজ্ঞ ডাক্তৰে পিতাৰ চিকিৎসা হাতত লৈ দুই চাৰিদিন ঔষধ দিয়াৰ পাছত মোক কলে, "বাপা, এইবাৰ দেউৰ বেমাৰ টান। ক্ৰমে ৰোগ বুঝিছে হব। আৰৰ কেইদিন বাচিলে ভাল হলেও হব পাৰে।" মই কি কৰিম, শুনি থাকিলো। একমাহ মান চিকিৎসা কৰাৰ পাচত দুই দিন উপবাস থাকি

শিৱ পূজা কৰি দুইবিধ ঔষধ তৈয়াৰ কৰি দিলে। এই ঔষধতো সাময়িক উপকাৰৰ বাহিৰে স্থায়ী কাম নহ'ল। এদিন তেওঁ পিতাক কলে, "দেউ, এবাৰ কুষ্ঠিখন চালে ভাল হয়। পিতাই অলপ হাঁহি কলে, "কুষ্ঠী চোৱাই আছে, এই বাৰ মোৰ নিৰ্ব্বাণ দশা, ভাল নহওঁ। তুমি ঔষধ পত্ৰ দি আৰু কথা বাৰ্ত্তা কৈ মোক শান্তিত ৰাখিবা। যেমানে আজাৰে ছলি কেইটাক তোমাক গতাই দিলো। সিহঁতক চাবা।" যজ্ঞ ডাক্তৰে আমৰণ এই কথা ৰক্ষা কৰিছিল। তেওঁ জীৱিত থকা কাল ডোখৰত তেৱেঁ আমাৰ গৃহ চিকিৎসক আছিল। এই নিৰ্লোভ ব্ৰাহ্মণৰ বিষয় যিমানে চিন্তা কৰোঁ সিমানে তেওঁৰ প্ৰতি শ্ৰদ্ধা বাঢ়ি যায়। পৰৱৰ্ত্তী কালত এওঁৰ পোষ্য বৃদ্ধি হৈ অৰ্থ কষ্ট পৰাতো অৰ্থৰ বিনিময়ত চিকিৎসা নকৰিছিল। যিয়ে যি দিয়ে তাতে সন্তুষ্ট হৈ সুখী আছিল।

[ ৩ ]

এদিন পিতাই ৰামদিয়াৰ ৺ৰাধা নাথ গোসাইক মাতি অনিব দিলে। এও জ্যোতিষ আৰু তন্ত্ৰ শাস্ত্ৰত অদ্বিতীয় পণ্ডিত আছিল। গীতা ভাগৱতো জানিছিল। পিতাই তেওঁক খুড়া বুলি মাতিছিল। ৰাধা নাথ গোসাই অ'হিলত পিতাই তেওঁক কুষ্টী চাব দিলে। তেওঁ দুইদিন আমাৰ ঘৰতে থাকি কুষ্টীখন গণিপিতি চালে। যোগ-বিয়োগ হৰণ-পূৰণ কৰাত মোৰ সহায় ললে অৰ্থাৎ ভুল হয় নে নহয় চাই থাকিব দিলে। দুই দিনৰ পাছত তেওঁ অলপ কান্দি পিতাক কলে, "বাপা তোৰ নিৰ্ব্বাণৰ দিন মাঘ মাহৰ কৃষ্ণা দ্বিতীয়া তিথিত ৰাতি ১০ ঘণ্ড সময়ৰ ভিতৰত।" এই বুলি কৈ আৰু কান্দিলে।

পিতাই দেউঁক প্ৰবোধ দি কলে, "খুড়া, তুমি অধীৰ নহবা। সেইদিনা তুমি আহি মোক ভাগবত শুনাবা আৰু অলপ বিষ্ণু সহস্ৰ নাম পাঠ দিবা। ...মই পুৰোহিতকো মাতিম"।

সেইদিনা পুৱাৰ পৰা হোম্ পূজা, পাঠ আৰু ক্ৰিয়া-কিৰি অনুষ্ঠান হ'ল। সন্ধ্যাৰ লগে লগে নাম কীৰ্ত্তন হ'ল। চাকি লগোৱাৰ পিছৰ পৰা ৰাধা নাথ গোসাই পিতাৰ মূৰ শিতানত বহি পিতাৰ নিৰ্দ্দেশ ক্ৰমে গজেন্দ্ৰ মোহান অধ্যায় পাঠ কৰিব ধৰিলে।

সাত আঠ দিনমান আগৰ পৰা পিতা একেবাগৰে আছিল। শিষ্য বা আন লোকে দেখা কৰিব গলে সেইফালে গৈহে দেখা কৰিব পাৰিছিল। কিছু সময় ভাগবত শুনাৰ পাছত পিতাই বাগৰ সলাই শুলে আৰু ভাল মানুহৰ দৰে ভৰি মেলি দি চাদৰখন ভালকৈ ললে। পিতৰ এনে ভাল অৱস্থা দেখি আবুই "বাপা, গা কেনে পাইছা" বুলি সুধিলে। পিতাই কলে, "বৰ ভাল পাইছো; খুড়ী। তোমালোকে গণ্ডোগোল নকৰিবা।" ইয়াৰ অলপ পিছতে ৰাধা নাথ গোসাই, ভাগবতৰ পৰা মূৰ তুলি পিতাৰ ফালে চাই মোক কলে, "নাইতা! (নাতি) ধৰ, ধৰ, বাহিৰক নিবৰ হ'ল"। এই-বুলি তেওঁ মূৰৰ ফালে ধৰি মোক ভৰিৰফালে ধৰিব দিলে। আমি দুয়ো পিতাক বাহিৰলৈ নিলো। আবুয়ো মোক সহায় কৰিছিল। ইফালে কান্দোনৰ হাহাকাৰ লাগিল। কান্দোন শুনি আমাৰ জ্ঞাতিৰ জেঠা ৺দেৱকান্ত গোস্বামী আহি কপাল মূৰ চাপৰিয়াই ধাকুৰী ধাকুৰী আৰু বিলাপ কৰি কৰি কান্দিব ধৰিলে। মই সিমান কান্দা নাছিলো আৰু অধীৰ হোৱাও নাছিলো। মযে সকলো দিহা পোহা কৰিব লগীয়া হ'ল।

[ ৪ ]

পিতা ঢুকাৰৰ দিনা মাজদিয়াৰ গাঁৱৰ সভা আছিল। পিতাৰ ভাল অৱস্থা দেখি গধুলী নাম প্ৰসঙ্গ কৰি গাঁৱৰ সকলো মানুহ সভা চাবলৈ গৈছিল। মই জানিব পাৰি মাজদিয়ালৈ খবৰ পঠালো। পিতাৰ প্ৰিয় ভকত ৰামচৰণ সদায় পিতাৰ লগতে থাকিছিল। সেই দিনাও সি পিতাক এৰি তাৰ ঘৰলৈ যোৱা নাছিল। তাকে মই মাজদিয়ালৈ যাব কলো। মাজদিয়া আমাৰ ঘৰৰ পৰা দক্ষিণ কালে এক মা লৰ ভিতৰতে। গতিকে খবৰ পোৱাত পলম নহ'ল। খবৰ পোৱা মাত্ৰে সভাৰ প্ৰায় মানুহ আহি আমাৰ ঘৰ চোতাল ভৰি পৰিল। তেওঁলোকেই দিহাদাৰা কৰি অন্ত্যেষ্টি ক্ৰিয়া সমাপন কৰিলে।

পাণ্ডাৰ থানৰ সত্ৰী আইতৰ গুৰিত পিতাক খৰিাদ ঘৰলৈ আহিলো। মাই কান্দিকাতি অস্থিৰ হৈ আছে। পেহী আবু প্ৰভৃতি ঘৰ দুৱাৰ পৰিষ্কাৰ কৰাত লাগিছে। মোৰ প্ৰথম চিন্তা হ'ল সৰু গোসাইক গুৱাহাটীৰ পৰা আনা আৰু শ্ৰাদ্ধৰ দিহা পোহা কৰা।

গুৱাহাটীলৈ সৰু গোঁসাইক আনিবলৈ মানুহ পঠাব লাগে। যেই সেই মানুহ গুৱাহাটীলৈ যাব নোখোজে। তদুপৰি মানুহজন শকত-আৱত আৰু বলী হব লাগিব। লঘোণে ভোগণে সৰু গোসাই গুৱাহাটীৰ পৰা ৩০ মাইল খোজ কাঢ়ি আহিব নোৱাৰিলে আৱশ্যক অনুসাৰে কোকাত বা কান্ধতো লব লাগিব পাৰে। ভাবি চিন্তি পালো আমাৰে ভকত "সাজিয়া ভকত"। সি বলী আৰু শকত-আৱত থকাৰ কাৰণে সকলোৱে তাক "হাথী" বুলিছিল। অনেক সময়ত

সি হাতীৰ নিচিনা আমাকো বোকাই কান্ধে তুলি লৈ ফুৰি-ছিল। আমাৰ ডুয়ো ভাইকে কান্ধত তুলি লৈ সি ৫।৬ মাইল থুৰি অহা কথাটো বৰ টান যেন নাভাবিছিল। কোৱা মাত্রে সি গুৱাহাটীলৈ গৈ সৰু গোসাঁইক আনিব সন্মত হ'ল আৰু কলে, "চানা বাপা আহিলে মই কান্ধত তুলি আনিব পাৰিম"

[ ৫ ]

মামা ৺ৰুদ্রদেৱ গোস্বামী মাজদিয়া সত্ৰৰ অধিকাৰী। তেওঁ সত্ৰৰ সভা এৰি পিতাৰ অন্ত্যেষ্টিক্রিয়াত যোগ দিবলৈ আহিছিল। আচলতে পিতাৰ মৃত্যুৰ পাছত এৱে আমাৰ অভিভাবক হ'ল। মাই শ্রাদ্ধাদিৰ ব্যৱস্থা কৰাৰ কথা মাইক কলে। মাই কান্দি কাটি অস্থিৰ হ'ল। তেওঁ পিতাৰ ভড়ালৰ পৰা এটা সিকি, এটা দুৱানী, আৰু এটা পইচা মুঠত ছয় অনা এক পইছা উলিয়াই দিলে। গাৱঁৰ হিতৈষী সকলে আহি মাটি বিক্রী কৰাৰ প্রস্তাব কৰিলে। ৰাতিৰাম মহন্ত নামে আমাৰ ভকত এজনৰ সহযোগত মাটিকে বিক্রী কৰি দুইকুৰি মান টকা আনা হ'ল। প্রকৃততে কিমান টকা অনা হৈছিল মোৰ মনত নাই। সেইখিনি সম্বল লৈ শ্রাদ্ধৰ আয়োজনত লগা হ'ল। পাছলৈ শিষ্য প্রশিষ্যৰ আৰ্থিক সহায় আৰু আনলোকৰ পৰা বস্তু-বাহানিৰ সহায়েৰে শ্রাদ্ধ ভাল দৰে হ'ল। ব্রাহ্মণ-সজ্জন আৰু আন খোৱালোৱা মানুহো যথেষ্ট হৈছিল। গাখীৰ-মাছ, তামোল-পাণ আদি সমস্ত বস্তু শিষ্যৰ ঘৰৰ পৰা আহিছিল। তেতিয়া মোৰ বিয়া হৈছিল বিহামপুৰ সত্ৰৰ ৺ভোগদত্ত গোসাইৰ ছোৱালীৰ লগত। মোৰ শহুৰ ধনী মানুহ আছিল। তেওঁ আহিও নগদ বহু টকা দি সহায় কৰি গ'ল।

শহুৰেক-শাহুৱেকৰ শ্ৰাদ্ধত জোৱায়েকে সহায় কৰা দস্তুৰ আমাৰ দেশত আছে। তেতিয়া আৰু বেছি পৰিমাণে আছিল। শহুৰ শাহুৱেকৰ আগ্য শ্ৰাদ্ধ- জোৱায়েকৰ মনত প্ৰায় পিতৃ-মাতৃৰ শ্ৰাদ্ধৰ তুলাই আছিল। তেতিয়া পিতাৰ দুই জোৱায়েক। জাগাৰ সত্ৰৰ ৺শিৱনাৰায়ণ গোস্বামী আৰু মুৰকণাৰ দলৈৰ ঘৰৰ ৺বৈকুণ্ঠ নাথ দলৈ। এওঁলোকে কি সহায় কৰিছিল মোৰ মনত নাই। বোধকৰো দুটা খাহী দিছিল।

শ্ৰাদ্ধ-শান্তি শেষ হৈ যোৱাত ব্ৰাহ্মণ-সজ্জন. ইষ্ট-মিত্ৰ আৰু লগা-ভগা শিষ্য-সেৱক সকলক বিদায় আদায় দি মই মোৰ জীৱনৰ দ্বিতীয় পৰ্ব্ব শেষ কৰিলো।

# তৃতীয় পৰ্ব্ব

## [ ১ ]

এতিয়া মোৰ প্ৰধান আৰু প্ৰথম কৰ্ত্তব্য হ'ল সৰু গোসাইক গুৱাহাটীলৈ পঠোৱা। শ্ৰাদ্ধৰ অৱশেষত ২৯৲ টকা আৰু কেই অনা মান হাতত আছিল। তাৰে ২৫ টকা তেওঁক দি গুৱাহাটীলৈ পঠালো। লগত গ'ল সানেকুছিয়া ভকত। এইদৰে সৰু গোসাইৰ নিমিত্তে আৰু ৪।৫ মাহ ভাবিব নলগা হ'ল। তেওঁ মাহিলি ৪৲ টকাকৈ ছাত্ৰবৃত্তিৰ বৃত্তি পাইছিল আৰু এই টকাৰে সৈতে মাহে ৮৷৯ টকাকৈ খৰছ কৰি তেওঁ ৫ মাহমান চলিব পাৰিব বুলি মই ভাবিলো।

ভেতিয়া ৮।৯ টকা এনেকি মাটুল ফিব নলগা কাৰণে ৭ টকা মানতো গুৱাহাটীত থাকি ছাত্ৰই পঢ়িব পাৰিছিল। ঘৰৰ পৰা লগত কিছু চাউল পাতিও দিয়া হ'ল।

পিতাৰ পৰলোক হোৱাৰ পাছত উত্তৰাধিকাৰী সূত্ৰে মই পিতাৰ কিছু কিছু সম্পত্তি আৰু পিতাৰ পৰিত্যক্ত পদো পালো। তাৰ ভিতৰত তলত কিছুমান উল্লেখ কৰিলো

১। মাটিৰ পট্টা আৰু খাজানাৰ ভৰাৰ অধিকাৰ।

২। পিতাৰ খুড়াকৰ পুতেক মৃগীৰোগগ্ৰস্থ গোলকচন্দ্ৰ।

৩। পিতাৰ পোষ্যা বিধবা ৪ জনী (মাইৰ কথা ইয়াত কোৱা নাই)

৪। মাটি বন্ধকী আৰু সুতীয়া ধাৰ মিলি ৩৫০০ টকাৰ ধাৰ। এই বিলাক সম্পত্তি চলোৱাৰ কথা পাছত কম।

মোৰ ভগবৎ প্ৰদত্ত এটা শক্তি আছে। কোনো সমস্যা সমাধানৰ বাবে মই কাৰো পৰামৰ্শ লব নালাগে আৰু কোনো কথাৰ সিদ্ধান্ত কৰিবলৈও ৫ মিনিটৰ বেছি সময় মোক নালাগে। এতিয়াও মই সেই অনুসাৰে চলো। শিষ্টাচাৰ ৰক্ষা কৰি কাৰোবাক পৰামৰ্শ সুধিলেও সি কেৱল শিষ্টাচাৰহে মাত্ৰ। মই মোৰ নিজৰ স্থিৰ কৰা পথহে অনুসৰণ কৰো।

এই ভগবৎ প্ৰদত্ত শক্তিৰ বলত মই পঢ়িব এৰা ঠিক কৰিলো। মই দেখিলো যে মই পঢ়িব গলে সক গোসাইৰ পঢ়াৰ খৰছ চলাওতা, সক ভাই অমৃতক স্কুলৰ মাটুল আদি দিওতা আৰু পিতৃ সম্পত্তিৰ ৰক্ষণা বেক্ষণ কৰোতা কোনো নাথাকে। পিতাৰ মৃত্যু হৈছিল মাঘত। শ্ৰাদ্ধ শান্তি হোৱাৰ পাছত মাঘ মাহ শেষ হ'ল। ফাগুনৰ আদি ভাগতে গেলৌ গেখৌ কৰোতে গ'ল।



বাহিৰলৈ যোৱা পোষাকত—মৃত্যুৰ কেইবছৰ মান পূৰ্বে।
ছোৱালীৰ বাহিৰলৈ ওলালে 'ডাঙৰ গোঁসাই'' সদায়ে পাগুৰি ব্যৱহাৰ কৰিছিল।

ফাগুনৰ ৭ দিনমান থাকোতে পঢ়াশালীৰ পৰা উঠা দি অহাৰ মনেৰে পঢ়াশালীলৈ গলো। ফাগুন আৰু চ'তৰ দোমাহীৰ দিনৰ পৰা ছাত্রবিলাক "চৈত" ফুৰিব যায়। পঢ়াশালী খালি হব। তাৰ আগ ত কাপোৰ-কানি, কাহি-বাতি ঘৰলৈ আনিব লাগে। পাছে সহধ্যায়ী সকলৰ অনুৰোধত সেই বছৰো "চৈত" ফুৰিবৰ ঠিক কৰি মাইক বাতৰি জনাবৰ বাবে ঘৰলৈ আহিলো। দোমাহীৰ আগদিনা চৈত ফুৰিবৰ কাৰণে পঢ়াশালীলৈ গলো। মই ইয়াৰ লগত পঢ়াশালী আৰু চৈত ফুৰা সম্বন্ধে অলপ কথা কম; যিহেতু এতিয়া চৈত ফুৰা প্ৰথা লোপ পালে। পঢ়াশালীৰ কথাও উঠি গ'ল। এতিয়াই লিপিবদ্ধ কৰি নাৰাখিলে পাছলৈ এইবিলাক কথা জানিবৰ কোনো উপায় নাথাকিব।

[ ২ ]

আমাৰ দেশত টোল বা চতুষ্পাঠী কথাৰ প্ৰচলন নাছিল। এই দুই অৰ্থৰ বাবে একেটা মাত্ৰ শব্দ আছিল— পঢ়াশালী। পঢ়াশালী দুইৰকমৰ আছিল—বামুনীয়া আৰু কাইথেলী। বামুনীয়া পঢ়াশালীত সংস্কৃত পঢ়োৱা হৈছিল। কাইথেলী পঢ়াশালীত কাইথেলী বিদ্যা শিক্ষা দিয়া হৈছিল; যেনে—যোগ, বিয়োগ পূৰণ, হৰণ, মাটিকালি আদি গণিত বিষয় আৰু শ্যামন্ত হৰণ, ভীম চৰিত; কাণখোৱা আদি অসমীয়া সাহিত্যৰ পুথি। লগতে দলিল লিখা, চিঠি লিখা, আদি কথাও শিকোৱা হৈছিল। ছাত্ৰসকলক সাধাৰণতঃ পঢ়াশলীয়া বুলিছিল। ঘৰৰ যিজন লৰাই পঢ়াশালীত পঢ়ে তেওঁক বোৱেকে মৰমকৈ মাতিছিল "পঢ়াশলীয়া বাপু", মাকে মাতিছিল "পঢ়াশলীয়া বাপা' পিতাক বা আন পুৰুষ গুৰুজনে মাতিছিল বা কব লাগিলে কৈছিল

"আমাৰ পঢ়াশেলীয়া" বুলি। সেই মৰমৰ মাত আজি লোপ পালে।

পঢ়াশালীবিলাক সাধাৰণতঃ কোনো ডাঙৰ গাৱঁত গঞা লোকৰ আশ্ৰয়ত নাইবা কোনো ডাঙৰ লোকৰ আশ্ৰয়ত অথবা সম্পন্ন হলে অধ্যাপক বা কাইথৰ ঘৰত স্থাপিত হৈছিল। কাইথ বুলিলে ইয়াত কায়স্থ জাতিৰ নহলেও কাইথেলী বিদ্যাজনা যেই সেই লোকক বুজোৱা হৈছে। কাইথেলী পঢ়িবলৈ দূৰৈৰ ছাত্ৰ বিশেষ ভাবে নাহিছিল। ওছৰৰ গাৱঁৰ ছাত্ৰই গৈ পুৱা পুৱা পঢ়ি আহে। দুই চাৰিজন দূৰৈৰ লৰা আহিও ইষ্টু কুটুম্বাৰ ঘৰত থাকি পঢ়ে। লৰাক পঢ়োৱাৰ বাবে কাইথে ধান, মাহ সৰিয়হ আদিৰ খেতিৰ বস্তু কিছু অংশ লৰাৰ অভিভাবকৰ পৰা পাইছিল। মাছু পুঠিৰো অভাব নহৈছিল। এইদৰে কাইথৰ সংসাৰ যাত্ৰা স্থকলমে চলিছিল।

বামুনীয়া পঢ়াশালীৰ ওচৰতে ছাত্ৰ থকা বাহা আছিল। দূৰৈৰ ছাত্ৰ থাকিবৰ কাৰণে দুই এটা বাহাঘৰ পঢ়াশালীৰ কৰ্ত্তৃপক্ষই সাজি দিছিল। ওচৰৰ ছাত্ৰ সকলে দূৰৰ পৰা বাঁহ খেৰ আনি ঘৰৰ মানুহৰ সহায়েৰে নিজে বাহা সাজি লৈছিল। মই নিজেও সেইদৰে কৈৰাবাৰ পঢ়াশালীত বাহা সাজি লৈছিলো। ছাত্ৰক খৰছ দিয়াৰ প্ৰথা নাছিল। ছাত্ৰই নিজ ঘৰৰ পৰা চাউল পাতি, শাক পাছলি আনি খাইছিল। যি গাৱঁত পঢ়াশালী থাকে সেই গাৱঁৰ মানুহৰ বাৰীৰ পৰা খৰি যোগাৰ হৈছিল। গতিকে আজিৰ দৰে অধ্যাপকে ছাত্ৰৰ বাবে হাৱথুৰি খাই ফুৰিব নালাগিছিল। ছাত্ৰক খৰছ দিয়া দোষনীয় প্ৰথা কেনেকৈ হ'ল পাছত কম।

ইংৰাজ গৱৰ্ণমেণ্টৰ আগমনৰ লগে লগে যি দৰে বঙ্গলুৱা গোস্বামী শব্দ আহি আমাৰ দেশৰ ধৰ্ম্ম প্ৰৱৰ্ত্তক গুৰু সকলৰ নামৰ ভূষণ হল, সেইদৰে মোৰ জীৱনতে বঙ্গলুৱা

চতুষ্পাঠী, টোল আৰু পাঠশালা শব্দ আহি আমাৰ পঢ়াশালী ঠাই অধিকাৰ কৰিলে। চতুষ্পাঠী সংস্কৃত মূলক শব্দ। চতুঃ পাঠী=চতুষ্পাঠী। সাহিত্য, ব্যাকৰণ, স্মৃতি আৰু ন্যায় এই চাৰি-বিধ শাস্ত্ৰৰ অধ্যয়ণ অধ্যাপনা য'ত হৈছিল সেই স্থান অৰ্থাৎ প্ৰবীন বিদ্বান আৰু চাৰিশাস্ত্ৰৰে জ্ঞান থকা অধ্যাপক সকলৰ পঢ়াশালী। টোল অপেক্ষাকৃত নিম্ন শ্ৰেণীৰ পঢ়াশালী য'ত একবিধ মাত্ৰ শাস্ত্ৰৰ পঠন পাঠন চলিছিল। যেনে—ব্যাকৰণৰ টোল, স্মৃতিৰ টোল, ন্যায়ৰ টোল, ইত্যাদি। আমাৰ দেশৰ পঢ়াশালী এনে নাছিল। আমাৰ পঢ়াশালীত পঢ়ি সমাজত প্ৰতিষ্ঠিত হৈ অধ্যাপক বোলাবলৈ যি শাস্ত্ৰৰেই আৱশ্যক হয় সেই সকলো শাস্ত্ৰকে পঢ়োৱা প্ৰথা আছিল। অধ্যাপক সকল সেই সময়ৰ প্ৰচলিত সৰ্ব্বশাস্ত্ৰ বিশাৰদ আছিল। প্ৰধানতঃ ব্যাকৰণ, কাব্য, ছন্দ, জ্যোতিষ, স্মৃতি, গীতা, ভাগ-বত, অলঙ্কাৰ আদি শাস্ত্ৰৰ অধ্যয়ণ অধ্যাপনা হৈছিল। বেলেগে দৰ্শণ শাস্ত্ৰৰ অধ্যয়ণ, অধ্যাপনা নহৈছিল। গীতা, ভাগবত, ব্যাকৰণ স্মৃতি প্ৰভৃতিৰ লগত যিখিনি দৰ্শন জ্ঞানৰ আৱশ্যক সেই খিনিৰ ভালদৰে আলোচনা হৈছিল।

ছাত্ৰসকলে মাঘৰ মাহত প্ৰাতঃস্নান কৰি গীতা পঢ়িছিল। অষ্টমী চতুৰ্দ্দশীত ভাগবত আৰু দেবীপক্ষত চণ্ডী পাঠ কৰিছিল। আন সময়ত আন শাস্ত্ৰ অভ্যাস কৰিছিল। সমগ্ৰ অমৰকোষ আৰু ৰত্নমালা ব্যাকৰণ মুখস্থ নাথাকিলে কোনেও পণ্ডিত বোলাব নোৱাৰিছিল। এজেকন ছাত্ৰই ব্যাকৰণ ১০ বাৰ ১২ বাৰ এনেকি বিশ-একৈশ বাৰ পৰ্য্যন্ত পঢ়িছিল। সেই কাৰণে অধ্যাপকসকল ব্যাকৰণৰ অদ্বিতীয় পণ্ডিত আছিল আৰু ব্যাকৰণৰ জৰিয়তে অন্যান্য শাস্ত্ৰতো যথাযোগ্য ভাবে প্ৰবেশ লাভ কৰিছিল। সেই কাৰনেই বোধকৰো প্ৰবাদ

আছে 'ব্যাকৰণম্ শাস্ত্ৰাণাং মুখম্।'

পঢ়াশালী ঘৰ সাৰা, মোচা, কম্পাউণ্ড পৰিস্কাৰ কৰা, দেউৰ পানী দিয়া, চুৱা পেলোৱা আদি কাম ছাত্ৰই কৰিব লাগিছিল। দেউৰ নিজঘৰত পঢ়াশালী থাকিলে অৱশ্যে তামাণ্ডু লগাই দিয়াৰ বাহিৰে দেউৰ ব্যক্তিগত কোনো কাম কৰিব নালাগিছিল। ইয়াত বাহিৰেও পঢ়াশালীত তিথি পৰ্ব্ব পালন কৰা, অতিথি অভ্যাগত আহিলে তেওঁৰ শুশ্ৰূষা আদি আৰু অনেক কাৰ্য্য আছিল। তিথি পৰ্ব্বৰ ভিতৰত জন্মাষ্টমী আৰু সৰস্বতীপূজা বৰ ধুম্ধামকৈ পতা হৈছিল। লগতে

'শয়নউত্থান পাজৰ লাৰা
ভীম গোবিন্দক কৰিবা সাৰা
পাগ্লাৰ চৈধ্য পাগ্লীৰ আঠ
তেহে কাটে জনম কাঠ ॥

এই গাঁথাত উল্লেখ কৰা পৰ্ব্ব কেইটিও পালন কৰা হৈছিল। এই বিলাক কামৰ পৰিপাটি লগাবৰ বাবে পঢ়াশালীত ছাত্ৰ-বিলাকৰ মাজৰ পৰা কৰ্ম্মচাৰী "গণভোট"ৰ দ্বাৰা নিৰ্ব্বাচন কৰি লোৱা হৈছিল। কৰ্মচাৰী নিৰ্ব্বাচনত সকলো ছাত্ৰই উপস্থিত থাকি ভোট বা মত দিব পাৰিছিল। দেউৰ কোনো ভোটাধিকাৰ নাছিল; কেৱল সাক্ষীৰ নিচিনা উপস্থিত আছিল। এই কৰ্মচাৰীজনৰ নাম আছিল বৰা। বৰা হলে পাছত বৰাই এদিন নাম ধৰিব লাগিছিল। নাম নধৰা পৰ্য্যন্ত বৰা পদত পকা নহৈছিল। বৰাৰ কাম বেয়া পালে বা পক্ষপাত যুক্ত যেন পালে ছাত্ৰ সকলে গোটখাই বৰা ভাঙি নতুন বৰা পাতি লব পাৰিছিল।

আমাৰ পঢ়াশালীত সনাপতি, ৰূপাপতি নামে দুই ভাই-ককাই আছিল। ৰূপাপতি এতিয়াও জীৱিত আছে।

কিছুদিন আগে মই তেওঁক লগ পাইছো। এই দুই ককাই ভাই পঢ়া শুনাত যব পাইকেও নাথাকিলেও শাৰীৰিক বল বীৰ্য্যত আন ছাত্ৰতকৈ শ্ৰেষ্ঠ আছিল আৰু ছাত্ৰ সকলক কথা শুনাব পাৰিছিল এই কাৰণেই তেওঁলোকৰ ভিতৰৰ একনক সদায় ধৰা পাতিছিলো। সনাপতি নে কাপ্তেন পাহৰিলো; খুব সম্ভৱ কাপ্তেনকে ধৰা পাতিছিলো। তেওঁৰ চেহেৰাটিও ধুনা বৰায়বদৰে লোদৰ পোদৰ আছিল। তেওঁলোকৰ বাৰীত বহুতো আম-কঠালৰ গছ আছিল। আম কঠালৰ বতৰত পিতাকৰ মাকৰ অপেক্ষা নকৰি এওঁলোক দুয়ো ককাই ভাই মিলি ছাত্ৰসকলক প্ৰায় দিনে দিনে ঘৰলৈ মাতি ভাল ভাল আম কঠাল পাৰি আনি খুৱাইছিল। এওলোকক ধৰা পতাত এওলোকৰ এই কাৰ্য্যয়ো পৰোক্ষে কিছু সহায় কৰিছিল যেন বোধকৰো।

ধৰাৰ নিৰ্দ্দেশ মতে আমি সকলো কাৰ্য্য সংযমে কৰিছিলো। কোনো কাৰ্য্যকে হীন বুলি নাভাবিছিলো। সুন্দৰ ভাবে কাৰ্য্য সম্পন্ন কৰিব পাৰিলে আত্ম প্ৰসাদ লাভ কৰিছিলো। ওজা ছাত্ৰশাল্য মুচা অৰ্থাৎ পঢ়াশালীঘৰ মোচা, সাৰা বা কম্পাউণ্ড চাফাই কৰা কাম কৰিব নালাগিছিল। তথাপি ওজা ছাত্ৰ বিলাকেও কাম কৰা সময়ত আগত থাকি আন ছাত্ৰক সহায় কৰিছিল। ওজা ছাত্ৰৰ অৰ্থ প্ৰধান ছাত্ৰ। এওলোকে দেউ পাঠ পঢ়াই আহৰি হলে পাঠ সুবুজা ছাত্ৰসকলক দেউ পঢ়োৱা পাঠ পুনৰ অভ্যাস কৰাব লাগিছিল। এই কাৰ্য্যই তেওঁলোকৰ পূৰ্ব্বৰ উল্লেখকৰা সন্মান পোৱাৰ হেতু আছিল। ছাত্ৰবিলাকে মোক গোসাই বাপা বুলি মাতিছিল। সৰু ডাঙৰ ভেদ নাছিল। সকলোৱে সমানে মোক এই সম্বোধন কৰিছিল। কেৱল দেউ ডাঙৰ বাপা বুলিছিল। আমাৰ অঞ্চলৰ প্ৰায়

সকলো লোকে সকতে আমি দুয়ো ভাইক এতিয়া ডাঙৰ গোসাই সৰু গোসাই বোলাৰ দৰে ডাঙৰ বাপা আৰু চানা-বাপা বুলি মাতিছিল। বৰাই কাম জাৰি কৰাৰ সময়ত মোক সদায় কম পৰিশ্ৰমৰ সহজ সাধ্য কাম দিছিল। পিতাৰ সামাজিক সম্ভ্ৰমেই ইয়াৰ কাৰণ আছিল। প্ৰতিদিনে কাম জাৰিৰ আগতে বৰাই ছাত্ৰ বিলাকৰ আগত প্ৰকাশ কৰে, "গোসাই বাপাৰ কাম কৰা অভ্যাস নাই; তেওঁক সহজকাম দিব খুজো, তোমালোকে কি বুলা" সকলো ছাত্ৰই আনন্দমনে মোৰ প্ৰতি করুণা কৰি বৰাৰ কথাত সম্মতি প্ৰকাশ কৰে। মই হলে নিজে আন ছাত্ৰ সকলৰ লগত সমানে কাম কৰি হে ভাল পাওঁ। সেই কাৰণে মই নিজেই বৰাক কৈ সাল সলনি কৰি আন ছাত্ৰ লগত সমানে কাম লও।

[ ৫ ]

পঢ়াশালীৰ অধ্যাপক সকলে কাৰোপৰা কোনো পৰিশ্ৰামিক নেপাইছিল। পাঠ সস্তায়ন কৰি যি অলপ পাই তাৰে তেওঁলোকে সন্তুষ্ট হৈ থাকিব লাগিছিল। অভাৱ বোধও বেছি নাছিল। কিন্তু প্ৰায় অধ্যাপকৰ ঘৰতে খেতি আছিল। এই খেতিৰ বাবে তেওঁলোকে কঠোৰ শাৰীৰিক পৰিশ্ৰম কৰিব লাগিছিল। খেতি থকা অধ্যাপক সকলে ফাটীল পুৱাতে উঠি প্ৰাতঃ সন্ধ্যা আদি সমাপন কৰি পঢ়াশালীলৈ আহি ছাত্ৰ-সকলক পাঠ পঢ়ায়। পাঠ পঢ়াওতে ৯।১০ টা বাজে; কঠিন পাঠ হলে কেতিয়াবা ১১।১২ টাও বাজি যায়। তাৰ পাছত তেওঁলোকে গৈ পথাৰত কোদাল মাৰে। বেলা ১।২ টাৰ সময়ত আহি গা মূৰ ধুই গোসাই ধৰাই নিমন্ত্ৰণ থাকিলে

নিমন্ত্ৰণ লৈ যায়। নহলে ঘৰতে খাই বৈ উঠি পঢ়াশালীলৈ আহি ভাগবেলা আকৌ পাঠ পঢ়ায়। নিমন্ত্ৰণ থাকিলেও পন্ধাপক্ষত অধ্যাপকে পাঠ খতি নকৰে। ভাটিবেলা পাঠ পঢ়োৱাৰ পাছত গৰু বাচৰু চোৱা, খৰি-পাতি দিয়া আদি গৃহস্থালীৰ কাম অলপ কৰি আকৌ পঢ়াশালীলৈ আহি ওজা ছাত্ৰ সকলক কঠিন বিষয়ৰ পাঠ পঢ়ায়। আন ছাত্ৰয়ো কোনো কথা শুধিলে বুজাই মিলি দিয়ে। তাৰ পাছত ছাত্ৰবিলাকে নিজৰ খোৱা বোৱা কামত লাগে। অধ্যাপকে চাকিৰ পোহৰত পুথি চায় অৰ্থাৎ পাছদিনা পঢ়াবলৈ প্ৰস্তুত হৈ থাকে। সময় পালে আন পুথি পত্ৰও আলোচনা কৰে।

ফাগুন আৰু চ'তৰ দোমাহীৰ দিনাৰ পৰা আৰম্ভ কৰি আঠ দিন ছাত্ৰসকলে ঘৰতে ভিক্ষা কৰি অৰ্থ সংগ্ৰহ কৰি আনে আৰু নৱম দিনা গনি-পিতি চাই যিখিনি হয় আটাইখিনি অধ্যাপকক দি সেৱা কৰে। অধ্যাপকেও লাৰু পিঠা আদি যোগাৰ কৰি ছাত্ৰসকলক খুৱাই ধুৱাই সাত বিহুৰ বাজলৈ বিদায় দিয়ে। ইয়াকে পঢ়াশালীৰ ভাষাত "চৈত ফুৰা" বোলে। এই কাৰ্য্য প্ৰাচীন যুগৰ গুৰু দক্ষিণাৰ অনুকৰণ মাত্ৰ। এই প্ৰথাৰে অধ্যাপক সকলে একেযোগে কিছু অৰ্থৰ মুখ দেখিব পাৰে আৰু তাৰেই যি পাৰে সাচি ৰাখি ঘৰ সংসাৰ চলায়। অৰ্থৰ পৰিমাণ যে বৰ বেছি হয় এনে নহয়। পঢ়াশালীত বেচি ছাত্ৰ থাকিলে কেইবাটাও দল হৈ ফুৰিলে ছয়কুৰি, সাতকুৰি টকা হব পাৰে। নহলে দুইকুৰি তিনিকুৰি বা আঢৈকুৰি। আমাৰ পঢ়াশালীত বহুত ছাত্ৰ আছিল। সেই কাৰণে আমি বহুদল হৈ গোটেই কামৰূপ ফুৰিব পাৰিছিলো আৰু সেই দেখিয়ে আমি সেই কেইদিনৰ ভিতৰতে সাত আঠ কুৰি টকা সংগ্ৰহ কৰিব পৰিছিলো। বাস্কা অঞ্চলত হাঁহৰ ডিমা আৰু কেত্ৰী

অঞ্চলত আমি সৰিয়হো পাইছিলো। সেইবোৰ বিক্ৰী কৰি যি পইচা হৈছিল সিও ফাণ্ডত জমা হৈছিল। চৈত ফুৰাৰ পয়চা ছাত্ৰই খৰছ কৰা মহাপাপ আছিল। কোনো বিশেষ কাৰণত কোনো ছাত্ৰই চৈত ফুৰিব নোৱাৰিলে তেওঁ দুইটকা খৰিয়ন দিব লাগিছিল।

মই নিজে তিনি বছৰ চৈত ফুৰিছিলো। গতিকে চৈত ফুৰাৰ সুগুণৰ বিষয় কবলৈ মই সক্ষম। চৈত ফুৰাৰ পৰা দেশৰ জল বায়ু আৰু মাটিৰ লগত প্ৰত্যক্ষ যোগ ঘটিছিল। দেশৰ হাৱা-পানী আৰু মাটিৰ যোগেদি দেশবাসীৰ পৰাস্প্-ৰাৰ ভিতৰত যে এটা নিবিড় আৰু সুদৃঢ় সম্বন্ধ আছে তাক বুজিবৰ সুযোগ হৈছিল। কোন গাৱঁৰ পৰা কোন বাটেদি কলৈ যাব পাৰি আৰু বাট ঘাটৰ অৱস্থা কেনেকুৱা আছিল ইত্যাদি কথা জানিবৰ সুযোগ হৈছিল। কোন গাৱঁত কি বস্তু যেনে মাছ গাখীৰ, ঘিউ আদি কি পৰিমাণে পোৱাৰ সুবিধা আছিল তাকো জানিব পৰা গৈছিল। কোন গাৱঁৰ পৰা কোন গাৱঁলৈ কিমান সময়ত পাব পাৰি আৰু কাৰ ঘৰত অতিথি হৈ থাকি সুখেৰে থাব পাৰা যায় সেই জ্ঞানো জন্মিছিল। অনেক মানুহৰ লগত সংযোগ হোৱাত মানুহৰ স্বভাব, চৰিত্ৰ, শিষ্টাচাৰ আদিৰ সম্বন্ধে শিক্ষা লাভ কৰিব পৰা গৈছিল। বহুতো মানুহ দলবান্ধি ফুৰিও কাৰো ক'তো অসুবিধা নোহোৱাকৈ পৰস্পৰৰ সুবিধাৰ অৰ্থে পৰস্পৰৰ কাম-কৰি কিদৰে চলা উচিত এই মহৎ শিক্ষাও লাভ হৈছিল। থকা, খোৱা, শুৱা আদিত আত্মম্ভৰি স্বভাব পৰিত্যাগ কৰাৰ মহৎ শিক্ষাও লাভ কৰা হৈছিল। ইত্যাদি ধৰণৰ অনেক কথা আছে।

আইনবাবৰ নিচিনা চৈত ফুৰিব ওলাই গলো।



মাতৃ বিয়োগব্রতী—জগত ভাই শরৎ।

বিশেষ কোনো কথা নাই। খোৱা লোৱাৰ কোনো চিন্তা নাই। কোনো গাৱঁত কাৰ ঘৰত থাকিলে আমি খাই লৈ ৰাতিটো সুখেৰে কটাব পাৰিম এই সমস্ত কথা আমাৰ জনা আছিল। কোনোমতে গৈ আড্ডা পাব পাৰিলেই হ'ল। মহাসুখে ভৰি হাত ধুই বহি আৰাম কৰিব পাৰি। গৃহস্থই মাছ-পুঠি বিচাৰি বান্ধি বাঢ়ি খাবৰ সময়ত আহি মাতিব। কোনো কোনো সময়ত পৰস্পৰৰ অজ্ঞাতসাৰে একে আড্ডাতে দুই তিনি জোৰা ছাত্ৰও আহি লগ হৈছিল। তাৰ বাবে গৃহস্থই কোনো বেজাৰ নাপাইছিল। বৰং ভালহে পাই-ছিল। দুই তিনি জোৰা ছাত্ৰ একেলগে লগ লাগিলে পৰস্পৰৰ ভিতৰত সময়ে সময়ে তৰ্কযুদ্ধ হৈছিল আৰু তৰ্কযুদ্ধৰ বেশ্ বহুদিনলৈ থাকিছিল।

প্ৰায় গাৱঁতে দুই এক ঘৰ মানুহ আছিল যাৰ চৈত ফুৰা ছাত্ৰক খুওৱা এটা ব্ৰতমূলক কাৰ্য্য আছিল। তেওঁলোকে দোমাহীৰ আগদিনাৰ পৰা লাৰু-পিঠা, জিলাপী, চিৰা-দৈ, মিঠৈ আদি আন ঘৰত জমা কৰি ৰাখে আৰু প্ৰতিদল ছাত্ৰকে ভৰি-হাত ধুৱাই, খুৱাই বুৱাই বিদায় দিয়ে। এনেকৈ দিন-টোৰ ভিতৰতে ৪।৫ বাৰ খাব পোৱাটো সহজ আছিল। এনে সুবিধা থকাতো ছাত্ৰসকলে মাজে সময়ে সাময়িক কষ্টভোগ কৰিব লাগিছিল। কেনেধৰণৰ কষ্ট হৈছিল তাক বুজিবৰ অৰ্থে তলত এটা মাত্ৰ ঘটনাৰ উল্লেখ কৰিলো।

বজালীৰ কোনো এখন গাৱঁৰ কোনো এঘৰ বামুনৰ ঘৰত আমি এৰাতি আছিলো। গৃহস্থই পৰম আদৰ কৰি গাভীৰ মাহ আদিৰ দ্বাৰাই আমাক খুৱাই বুৱাই মজিয়া-কৈৰ চাবা পাৰি শুবৰ ব্যৱস্থা কৰি দি শুই থাকিল গৈ। আমাৰ টোপনি আহো আহো হওঁতে ইমান মহৰ আক্ৰমণ

কৰিলে যে আমি তত নোপোৱা হলো। গৃহস্থৰ ঘৰৰ পদূলীত কেইজোপামান ঘোৰানিমুৰ গছ আছিল। আমি মহৰ আক্ৰমণৰ পৰা ৰক্ষা পাবৰ কোনো উপায় নেদেখি প্ৰত্যেকে ঘোৰানিমুৰ ডাল ভাঙি আনি হাতীয়ে গুবেৰে যি দৰে গছৰ ঠানি ধৰি গাৰ পোক পিপৰা দেখে, আমিও সেইদৰে ঘোৰানিমুৰ ডালেৰে গা কোবাই ৰাতি কটালো।

চৈত্ত ফুৰি আহিয়ে পঢ়াশালীত দেখো যে মহা আড়ম্বৰ। দেউ ছাত্ৰক খুওৱাৰ বাবে যোগাৰ যন্ত্ৰত লাগি গৈছে। লাৰু-পিঠা কৰাই লাৰু-পিঠা কৰিছে, চোকা খান্দাই চোকা খান্দিছে ইত্যাদি। ৰাতিটো কোনোমতে নিজৰ নিজৰ বাহাত খুদেকণে খাই থাকিলো। পুৱা আমিও সেই আয়োজনত লাগি গলো! দেউৰ পঢ়াশালী পঞ্চগ্ৰামী বামুণৰ আছিল; সেই কাৰণে ছাত্ৰক খুওৱাৰ দিনা দেউ পঞ্চগ্ৰামী বামুণকো বছৰে বছৰে নিমন্ত্ৰণ কৰে। তেওঁলোকেও খাই বৈ উঠি দেউক যথাশক্তি দক্ষিণা দিয়ে। খোৱাৰ খৰি চাউল, আঞ্জা পাতিৰ সৰহভাগ পঞ্চগ্ৰামী বামুণেই দিছিল।

যথা সময়ত খাই বৈ উঠি দেউ কলে, "দেউ চুকাল যেতিয়া ডাঙৰ বাপাৰ আৰু পঢ়া নহয়। আজি তেওঁক বিদায় দিব লাগিব। সকলো অলপ বহক"। দেউ পিতাৰ পৰা ভাগৱত, জ্যোতিষ আদি পঢ়াৰ কথা আগতে উল্লেখ কৰিছো; সেই আপাহতে দেউ পিতাক দেউ বুলিছিল।

মোৰ সহধ্যায়ীসকলক মোৰ সৈতে বিচাৰ কৰিব দিলে। তেওঁলোকৰ ভিতৰত তাৰানাথ চক্ৰবৰ্ত্তী, তাৰানাথ বুজৰবৰুৱা ৰতিকান্ত বিদ্যাৰ্ণৱ, নন্দেশ্বৰ চক্ৰবৰ্ত্তী বিদ্যাৰত্ন, কৰ্ম্মবাগীশ প্ৰভৃতি প্ৰধান আছিল। বিচাৰ অন্তত দেউ মোক "বিদ্যাৰত্ন" উপাধি দি আশীৰ্ব্বাদ দিলে। মই সেৱা কৰিলো। উপ

ছিত সকলোৱে হৰিধ্বনি দিলে। সহধ্যায়ীসকলক এৰি আহিব লগা হোৱাত মনত বৰ আঘাত পালো।

সহধ্যায়ীসকলৰ ভিতৰত নন্দেশ্বৰ চক্ৰবৰ্ত্তী আঢ্যৱন্ত ধনীলোকে, তেওঁ পৌৰহিত্য কৰে। তাৰানাথ বুজৰবৰুৱাই যোৰহাট জকামুৰাত টোল কৰি-ছিল। এতিয়া সেইকালে কৰবাত স্থায়ী ঘৰ কৰিছে। তাৰানাথ চক্ৰবৰ্ত্তী কাব্যবিনোদৰ কথা বহু প্ৰসঙ্গত বহু ঠাইত কবৰ আৱশ্যক হব। ইয়াত মাত্ৰ একাষাৰ কৈ থও—তেওঁ মোৰ সখি আছিল। তেওঁৰ লগত মোৰ অভেদ্য সখিত্ব আছিল। আৰু অজিও আছে। আমাৰ দেশৰ সেই কালৰ সামাজিক কথাৰ কিছু পৰিচয় পোৱা যাব আৰু তেওঁৰ স্মৃতিৰ বৰ্ণনাৰ কাৰণে ৺ৰতিকান্ত বিদ্যানিধি সম্বন্ধে তলত এটা অনুচ্ছেদ লিখি মোৰ জীৱনৰ তৃতীয় পৰ্ব্বৰ কথা শেষ কৰিম।

ৰতিকান্ত বিদ্যাৰ্ণব বৰ বুদ্ধিমান লোক আছিল। যেই সেই সংস্কৃত শ্লোকৰ এটা চৰণ মাতিলে বাকী তিনিটা চৰণ তৎক্ষণাৎ মুখে মুখে মাতি যাব পাৰিছিল। সকলো সময়ত অৰ্থৰ সঙ্গিত নহলেও ছন্দৰ ভুল নহৈছিল। তেওঁক পাঠ পঢ়োৱাত দেউ মাজে মাজে টান পাইছিল। সেই কাৰণে মই পঢ়াশালী এৰাৰ পাছত তেওঁ কোচবিহাৰলৈ গৈ মহা-মহাধ্যাপক ৺সিদ্ধিনাথ বিদ্যাবাগীশৰ টোলত শিক্ষা শেষ কৰি বিদ্যাৰ্ণব উপাধি লাভ কৰে। তেওঁৰ ক্ষুৰধাৰ বুদ্ধিৰ কাৰণেও অভিজাত্য থকা প্ৰাচীন অধ্যাপকসকলে তেওঁক ঈৰ্ষাৰ চকুৰে চাইছিল। এও আমাৰ ওচৰৰে বৰআজাৰা গাৱঁৰ ছান্দকুছীয়া বৰুৱা সকলৰ আশ্ৰয়ত টোলপাতি আছিল। এওঁৰ শাস্ত্ৰজ্ঞান আৰু কথাকোৱাৰ লালিত্যৰ বাবে ছান্দকুছীয়া বৰুৱা সকলে এওক ভাল পাইছিল।

এও এখন ব্যৱস্থা দিলে। ব্যৱস্থাখন দুৰ্ভাগক্ৰমে আমাৰ দেউৰ বিপক্ষে গ'ল। নিজৰ অধ্যাপকৰ বিৰুদ্ধে ব্যৱস্থা দিয়া শিষ্টাচাৰ সন্মত নহয়। তদুপৰি তেওঁৰ প্ৰতি ঈৰ্ষাবশতঃ সকলো অধ্যাপকে তেওঁৰ বিপক্ষে ঠিয় দিলে। এই ব্যৱস্থা লৈ বিহামপুৰত বিচাৰ হ'ল। বিচাৰ সভাক যাবলৈ মোকো নিমন্ত্ৰণ কৰিছিল আৰু দেউও যাবলৈ বিশেষকৈ কৈছিল। তথাপি মোৰ যোৱা নহল। দেউৰ অপ্ৰিয়ভাজন হবৰ ভয়ত। বৰ্ত্তিকান্ত বিদ্যাৰ্ণবে বিচাৰ সভাৰ আগতে বিষয়টো মোক ভালদৰে বুজাই দিছিল। মই তেওঁৰ কথাই ভাল যেন পাই-ছিলো।

মই উপস্থিত নাথাকিলেও মানুহৰ মুখত শুনিলো। বৰ্ত্তিকান্তই অদ্ভুত তৰ্ক নৈপুণ্য দেখুৱাই সেই বিচাৰত জয়লাভ কৰিছিল। তথাপি উপস্থিত পণ্ডিত সকলে তেওঁক জয় নিদিলে। আন মানুহেও তেওঁক ইতিকিং কৰিলে। মই পাছত জানিব পাৰিছো আন লোকৰ ইতিকিং পূৰ্ব্বশিক্ষা অনুসাৰে হৈছিল। শেষত দেউ তেওঁক গালি পাৰিলে আৰু তেওঁৰ বিৰুদ্ধে ব্যৱস্থা দিয়াৰ বাবে "নাশ যাবি" বুলি অভিশাপ দিছিল। ইয়াৰ কিছুদিন পাছত তেওঁৰ অতুল বুদ্ধি, অসাধাৰণ প্ৰতিভা আৰু শাস্ত্ৰজ্ঞান লগত লৈ পৰলোক প্ৰাপ্ত হ'ল। হায়! আমাৰ সমাজত এনে প্ৰতিভাৰ আদৰ নহ'ল, সন্মান নব'ল। ই সচাঁকৈয়ে পৰিতাপৰ বিষয়।

## চতুৰ্থ পৰ্ব্ব

[ ১ ]

পিতাৰ মৃত্যুৰ পাছত পোৱা পিতৃসম্পত্তিৰ তালিকা

এটা আগতে দিছো। এতিয়া ক্ৰমে এটা এটাকৈ তাৰ কথা কম। প্ৰথমে মাটি আৰু খাজানা দিয়াৰ কথাকে কওঁ। আমাৰ মাটি সত্ৰৰ সম্পৰ্কত পোৱা। সত্ৰৰ মাটিৰে প্ৰায় তিনিভাগৰ এভাগ ভকতৰ ভাগত থাকে। আমাৰো সেই কাৰণে তিনিভাগৰ এভাগ মাটি ভকতবিলাকে খাইছিল। আৰু এতিয়াও খাই আছে। ভকত বিলাকে চৰকাৰী খাজানা দিয়ে। তেওঁলোকে বেছিকৈ খাজানা দিয়াৰ দস্তুৰ নাই। গোসাই ঘৰৰ পালা ধৰে। গোসাই ঘৰৰ পালা ধৰাৰ অৰ্থ আগৰ দিনত বহুতো আছিল; যেনেঃ— যি জন ভকতৰ গাত যি মাহত পালা পৰে সেইজনে সেই মাহত গোসাইঘৰ মোচা, গধুলি চাকি জ্বলোৱা, প্ৰসঙ্গৰ সময়ত ধাৰা কঠ দিয়া, অতিথ — অভ্যাগতৰ আলপৈচান ধৰা, ইত্যাদি কাম কৰিব লাগিছিল। তাৰ উপৰিও অতিথিৰ বাবে একভাৰ চৰু চৰিয়াৰ পৰা কিনি আনিব লাগিছিল; তেল একপোৰা পেৰি দিব লাগিছিল। মই দেখোঁত আ বোৰ উঠি গৈছিল। আছিল মাত্ৰ গোসাই-ঘৰ মোচা, গধুলী চাকি জ্বলোৱা, আৰু এক পোৰা তেল পেৰি দিয়া। এতিয়া তেল-পেৰি দিয়া দস্তুৰো নাই; কোৱা মাত্ৰ গোসাইঘৰ মোচে আৰু গধূলী বন্তি জ্বলায়। অনেক সময়ত গোসাই নিজেও বন্তি জ্বলায়। আন দুভাগ মাটিৰ ভিতৰত জল-জঙ্গল, বাত-পদূলী, শ্মশান আদিৰ বাহিৰে বিখিনি মাটি আছিল তাৰ অধিক অংশই দখল বন্ধকত আৱদ্ধ আছিল। অলপ কেইবিঘামান মাটি মাত্ৰ নিজৰ আবাদত আছিল। সেই মাটিৰপৰা আমাৰ প্ৰতি-পোষণৰ যোগ্য ধান পোৱা নগৈছিল। পিতাই ঘৰৰ চাকৰৰ হতুৱাই তাতে খেতি কৰাই, শিষ্যাদিৰপৰা ধান আনি আৰু মাজে সময়ে কিনি সকলোকে প্ৰতি পালন কৰিছিল, পিতাৰ মৃত্যুৰ পাছত ঘৰৰ চাকৰ মানিক

আৰু মাথা ওলাই যোৱাত খেতিকৰা বন্ধ হ'ল। টকা দি আন চাকৰ ৰাখিবৰ মোৰ ক্ষমতাও নাছিল।

মাটিৰ খাজানা আদায় কৰিব পৈ দেখো যে ভকত বিলাকে খাজানা দিব নোৱাৰে। তেওঁলোকৰ আৰ্থিক অৱস্থাও বেয়া। অনেকে পিতাৰ আশ্ৰয়তহে খাই বৈ আছিল। একো ঘৰৰ দুই তিনি বছৰৰ খাজানা বাকী; যিবিলাকে দিছিল তেওঁলোকেও ৵ অনা ।. অনাকৈ কিস্তি কৰিহে দিছিল। সেই পইচাৰে খাজানা ভৰিব নোৱাৰি. কেৱল সময়ত আনি হাট বজাৰ কৰিবহে পাৰি মাত্ৰ। পিতায়ো তাকে কৰিছিল।

বন্ধকদাৰ সকলৰ ভিতৰত দুই চাৰি ঘৰে ইচ্ছা কৰিলেই খাজানা দিব পাৰিছিল ; কিন্তু তেওঁলোক নিতান্ত অৰ্থ পিশাচ আছিল। ঘৰৰ পৰা ধন উলিওৱাতকৈ মৃত্যুই শ্ৰেয়ঃ বুলি ভাবিছিল আৰু আনৰ বিপদ আপদৰ প্ৰতি অকণো সহানুভূতিশীল নাছিল। বৰং কৈছিল, বাপা, আমি এই বছৰ খাজানা দিব নোৱাৰো ; আপোনালোক বজা, গোসাই; আপোনালোকৰ উপায় হব; আমাৰহে চলা টান" ইত্যাদি।

আন এদল বন্ধকদাৰ আছিল, তেওঁলোকে আচলতে খাজানা দিব নোৱাৰিছিল। প্ৰথমতে কৰবাত চাকৰ থাকি বা আন উপায়ে ১০।২০ টকা যোগাৰ হলে মাটি ৰাখিছিল। পাছত টকা নোহোৱাত বন্ধকী মাটিৰ খাজানা দিব নোৱাৰিছিল। খাজানাৰ কথা কলে মূলত কাট যাব বুলি কৈ দিছিল। এই শ্ৰেণীৰ মানুহ প্ৰথম শ্ৰেণীতকৈ ভাল। এওঁলোকে মাজে সময়ে শাক পাচলি, মাছ-পুথিটো দিবলৈ পিছ হুহকি নুফুৰিছিল। গতিকে ময়ো পিতাৰ পন্থাকে অবলম্বন কৰিলো। খুব ভাল মাটি তিনিবিঘা মান আছিল, তাকে বাধা সোণাৰীৰ

ওচৰত বন্ধক দি টকা আনি খাজানাৰ লেঠা মাৰিলো। যিহেতু তহচিলদাৰে খাজানা সাধিছিল আৰু চৈত মাহৰ শেষৰ পিনে খাজানাৰ ভৰপৰ হৈছিল। প্ৰতিদিনে তহচিলদাৰৰ প্যাদা-মহৰী ঘৰ ক্ৰোক কৰিব আহে। আন ভাগী বিলাকে শিষ্য আদি ফুৰি আহি কাগুণতে তেওঁলোকৰ অংশৰ খাজানা দিছিল।

দ্বিতীয় সম্পত্তি হ'ল মৃগীৰোগগ্ৰস্ত গোলক চন্দ্ৰ আৰু বিধবা কেইজনী; ইয়াৰ ভিতৰত মাইক ধৰা নাই। ঘৰত মানুহ নাথাকিলে আৰু খাব লবৰ সংস্থান নাথাকিলে স্বাভাবিকতে যি হয় আমাৰো সেয়ে হ'ল। আবু, খুড়ী, পেহী আৰু ডাঙৰ মাই অৰ্থাৎ জ্ঞাতি সম্বন্ধৰ জেঠাৰ দ্বন্দ খৰিয়ালৰ বাবে অলপো শান্তি নোহোৱা হ'ল। এনে এটি দিন নাছিল যি দিনত তেওঁলোকৰ কাজিয়া নহৈছিল। এই কাজিয়াৰ পৰা মাত্ৰ মাই আতৰত আছিল। এওলোকৰ যেতিয়া অশ্লীল ভাষাৰে গালি-গালাজ আৰম্ভ হয়, তেতিয়া মই সহিব নোৱাৰি আনফাললৈ গুছি যাও। কেতিয়াবা আকৌ মোৰ পৌৰুষ শক্তি দেখুৱাবৰ মনেৰে সিংহনাদ কৰি কাজিয়া থমাবৰ চেষ্টা কৰো; কিন্তু সেই চেষ্টা কেতিয়াও কাৰ্য্যকৰী নহৈছিল। মই কোনো উপায় নাপাই ঘৰৰ ভিতৰত কান্দি বহি থাকে। সময়ে সময়ে এওঁলোকক ঘৰৰ পৰা উলিয়াই দিবৰ মোৰ ইচ্ছা হয়। পাছে সেই দুৰ্দমনীয় খঙকো দমাই ৰাখি আনন্দ উপভোগ কৰো—গালি-গালাজৰ প্ৰকাৰ, সুৰ ইত্যাদিৰ প্ৰতি মন সংযোগ কৰি। পাছলৈ এওলোকৰ কাজিয়া মুখা-মুখি গুছি হাতাহাতিত পৰিণত হৈছিলগৈ। মোৰ এতিয়া ভাব হয়—এই কাজিয়া প্ৰচণ্ডা পেহী বালবিধবা ৺চন্দ্ৰকান্তি দেৱীৰ পৰাই বাঢ়ি যোৱা বুলি।

এই কাজিয়াৰ কৰত আবু ৺কৌশল্যা দেৱী, তেওঁৰ ক্ষয়ীৰোগ গ্ৰস্থ পুত্ৰ গোলক চন্দ্ৰ আৰু ঘোৱাৰীয়েক ৺উত্তমপ্ৰিয়া দেৱীক লৈ বেলেগ বেলেগ পাগ জুৰিলে। আবুৰ হাতত কিছু আগৰ জমা টকা আছিল; আমাৰ লগত থাকিলে মাজে সময়ে তেওঁলোকো মনোযোগে থাকিব লাগে নাইবা তেওঁৰ বহু যত্নৰ সঞ্চিত ধনেৰে চাউল পাতি কিনি আমাকো ভাগ দিব লাগে। পেহী আৰু জেঠীও পাগ জুৰিলে। পেহীৰ হাততো কিছুটকা আছিল। সম্ভৱতঃ জেঠীৰ হাতত একো নাছিল। তথাপি তেওঁ বিৰক্তি সহ্য কৰিব নোৱাৰি বেলেগ হল। এও আমাৰ প্ৰতি বৰ মৰমীয়াল আছিল। মাইকো নিজৰ সৰু ভনী বা জীয়েকৰ নিচিনা স্নেহ-যত্ন কৰিছিল। এও বহুকষ্টে নিজৰ জীৱিকা চলালেও তেওঁৰ বন্ধা ভাত আঞ্জাৰ ভাগ আমাকো দিছিল।

পাছত পেহীৰ হাতত থকা টকাৰ চিন পালো। তেওঁ জগন্নাথলৈ তীৰ্থ কৰিব গ'ল। আবুৰ হাতত থকা টকাৰ গম পালো তেওঁ মৰাৰ পাছত। মৰাৰ পাছত তেওঁৰ সাঁচতি টকাৰ কিছু অংশ খুড়ী উত্তমপ্ৰিয়াই পাইছিল আৰু কিছু ঘৰদুৱাৰ ভাঙি ঘৰৰ চাপ খান্দাত বহুদিন পাছত মযো পালো। আবু মৰাৰ পাছত খুড়ী আকৌ আমাৰ লগলৈ আহিছিল।

এই ৰকমে বেলেগ হৈ পাগ জুৰাত মই ভালে পালো। ঘৰৰ কাজিয়া-পেচাল কমিল। কিছু পৰিমাণে শান্তিত থাকিব পৰা হলো। খোৱাই নোখোৱাই মায়ো অন্ততঃ শান্তি পালে। মোৰো পোষ্যৰ সংখ্যা কমাত কামৰ ভাৰ কিছু পাতলিল। এই কাৰণকে এতিয়াও কোনোবা বেলেগ হব ওলালে আন মানুহৰ দৰে মই তেওঁলোকক লগে থাকিবৰ উপদেশ নিদিও, বৰং যিমান সোনকালে পাৰে বেলেগ হববলে উপদেশ দিও।

তৃতীয় সম্পত্তি হ'ল ধাৰ। সৰ্ব্ব মুঠ ধাৰ আছিল— ৩৫০০ টকা। ইয়াৰ ভিতৰত মুতীয়া ধাৰৰ মহাজন আছিল ধন্দুৰাম পণ্ডিত, ৺কালী বল্লভ শৰ্ম্মা, ৺ৰঘুপতি কবিৰাজ, ৺মহাদেব শৰ্ম্মা, ৺দেহজুৰ কলিতা। আন মহাজনৰ ধাৰ মাটি বন্ধকী।

মহাদেৱ শৰ্ম্মাৰ লগত আমাৰ দূৰ সম্পৰ্কৰ সম্বন্ধ আছিল। তেওঁ আমাৰ সৰু আবু কৌশল্যা দেবীৰ বায়েকৰ পুতেক। তেওঁৰ টকাৰ দলিলো আছিল সৰু আতা বদন চন্দ্ৰৰ নামত। তেওঁ টকাৰ বাবে দুই চাৰিদিন অহা যোৱা কৰি টকা নাপাই দলিলখন ফিৰং দি আমাক ধাৰৰ-পৰা মুক্তি দিলে। দেহজুৰ কলিতাই ঘনাই ঘনাই আহি লামলুকুতি যি পায়, তাকে নিয়ে আৰু যেতিয়া যি নিয়ে মোৰ হতুৱাই তাৰ দাম ধৰি লেখি থৈ যায়। এইদৰে তেওঁৰ মূল টকা পৰিশোধ হোৱাত দলিনখন আপোষে দিলে। ধন্দুৰাম পণ্ডিতে এদিন আহি কৈ গ'ল, "বাপা, আমাৰ বেলেগ হোৱাৰ কথা হৈছে তাৰ আগতে আপুনি টকাখিনি পৰিশোধ কৰক। কোনো সুত দিব নালাগে"। তেওঁৰ কথা-মতে টকা পৰিশোধ কৰিব নোৱাৰিলো। দলিলখন তেওঁৰ সৰু ভায়েক খৰ্গৰামৰ ভাগত পৰিল। খৰ্গৰামে মোকৰ্দ্দমা কৰিছিল। এই কথা পণ্ডিতক কোৱাত তেওঁ ভায়েকক মাতি আনি কলে, "গোসাইদেৱৰ টকাৰ সুত লব নালাগে; মূল-টকাখিনি লৈ দলিলখন আপোষ দিবি"। পাছত তেওঁ মূলটকা আৰু মোকৰ্দ্দমাৰ খৰছ বাবদ ১৫৲ টকা লৈ আমাক ধাৰৰ-পৰা মুক্তি দিলে। ধন্দুৰাম পণ্ডিতৰ পৰা পাছত মই বৰ ভাল ব্যৱহাৰ পাইছো। যেতিয়াই টকাৰ আৱশ্যক হয় তেতিয়াই তেওঁৰ তালৈ গলে হেণ্ডনোট লৈ টকা ধাৰ দিছিল

আৰু সুত মই যেতিয়াই ইচ্ছা কৰি যি দিছিলো তাকে লৈছিল।

কালীবল্লভ শৰ্ম্মা আছিল আমাৰ গাৱঁৰ কান্তিৰাম মহৰীৰ শাকুল। পিতা মৰাৰ কেইমাহ মানৰ পাছতে কান্তিৰাম মহৰী, ভৰত খুড়া ইত্যাদিৰ লগত তেওঁ আমাৰ ঘৰলৈ আহি টকা সাধি গুছি গ'ল। তেতিয়াহে আমি তেওঁৰ ধাৰৰ কথা জানিলো। তাৰ পাছৰ পৰা কান্তিৰাম মহৰী প্ৰভৃতিয়ে কালী-বল্লভ কেনে দুৰ্দ্দান্ত মহাজন, কাৰ কি সৰ্ব্বনাশ কৰিছে, কাৰ ঘৰবাৰী ক্ৰোক কৰিছে ইত্যাদি কথা মাইৰ অগত কৈ মাইক ভয় দেখুৱাইছিল। এইবোৰ কথা তেতিয়া আমি আমাৰ ভালৰ কাৰণেই কোৱা বুলি ভাবিছিলো। এতিয়াহে মনত সন্দেহ হয়, কি জানি কালীবল্লভক টকা আদায় কৰি দিবৰ কাৰণেই এওঁ এইবোৰ কথা কৈছিল। কালীবল্লভৰ বাবে মাই বৰ ভয় কৰিছিল। মোৰ হলে কোনো ভয় নাছিল। তথাপি মাইৰ মনত সন্তোষ দিবৰ কাৰণে গাই-গৰু বিক্ৰী কৰি আৰু অলপ সোণাও বিক্ৰী কৰি কালীবল্লভৰ ধাৰ মাৰিলো। সুতৰ অলপো ঘাটি নকৰিলে। পাছত এই কালীবল্লভৰ পৰাও মই ভাল ব্যবহাৰ পাইছো। প্ৰথমবাৰ মই টকা ধাৰলৈ যাওঁতেই কলে, "বাপা, তোৰ ধাৰ সুজিবৰ ইচ্ছা আছে, টকা নিব পাৰ"। ৪০।৫০ টকা ধাৰ আনিলো, মুখচান্দী নাৰাখিলে। পাছত সুতো শতকৰা বছৰি ১২্ টকা হাৰে লৈ সন্তুষ্ট হৈছিল। ইয়াৰ পাছতো তেওঁৰ পৰা বহুবাৰ টকা ধাৰলৈ আনিছো, কোনো বাৰতে সুতৰ বাবে একো কোৱা নাই। ভবিষ্যতে টকা ধাৰ পাবৰ আশাত মই নিজেই শতকৰা বছৰি ১২্ টকা হাৰে সুত দিছিলো।

মহাজন বিলাকৰ ভিতৰত ৺ৰঘুপতি কবিৰাজও

আছিল। ৰঘুপতি কবিৰাজৰ লগত পিতাৰ প্ৰথম সংশ্ৰৱ ঘটে মোৰ বেমাৰ উপলক্ষে। সৰুতে মোৰ এবাৰ বহুদিন জুৰি জ্বৰ হৈছিল, খিনাই শুকাই গৈছিলো, পেটটো ডাঙৰ হৈছিল, জ্বৰ প্ৰায়ে গাত থাকিছিল। এনে অৱস্থাত সৰু গোসাইৰ লগত মোৰ কাজিয়া হলে প্ৰায়ে তেওঁ মোক মাৰিছিল। এনেই তেওঁ মোতকৈ শকত আৱত আছিল, তাৰ উপৰিও বেমাৰৰ বাবে মোৰ গাত বল নোহোৱা হৈছিল। এদিন তেওঁ মোক বোকাৰ খালত পেলাই বেছি পৰিমাণে মাৰিছিল। মাই, পিতি বা পেহীয়ে তেওঁক মাৰিবৰ ভয়ত সেই অৰে ৰাতি পাক ঘৰৰ চাঙৰ তলত লুকাই আছিল। ৰঘুপতিৰ প্ৰসঙ্গত এই কথা মনত পৰাই ইয়াতে লিখি থলো। এই ধৰণৰ মাৰামৰি আমাৰ মাজে সময়ে হৈছিল আৰু প্ৰায় ময়েই মাৰ খাইছিলোঁ।

মোৰ চিৎকিসা কৰাবৰ বাবে প্ৰথমে ৰঘুপতি কবিৰাজক অনাইছিল। তেওঁ পকা মধুফলৰ লগত কিবা এপালি ঔষধ খাব দিছিল। তাৰফলত পাহ দিনা লুৰা লুৰি ক্ৰিমি ওলাই গ'ল আৰু ক্ৰমে মই ভাল হৈ আহিলো। তেতিয়াৰ পৰা মাজে সময়ে ৰঘুপতি কবিৰাজ আমাৰ ঘৰলৈ আহে আৰু পাগ মাৰি ভাত ৰান্ধি খাই গুচি যায়। ক্ৰমে তেওঁ পিতাৰ মহাজন হ'ল। এও বৰ অৰ্থলিপ্সু আছিল।

ৰঘুপতি কবিৰাজ টকা সাধিবলৈ আহিলেই মুগৰদালি, জহাচাউল, মাছ আদিৰে ভালকৈ সিধা দিব লাগিছিল। তাৰ উপৰিও প্ৰতি বাৰতে ১ জোৰাকৈ পাৰ দিব লাগিছিল, পাৰৰ ৫ মাটবোৰ বেলেগে সৰু সৰুকৈ কুটি দিব লাগিছিল। অত্যাচাৰৰ ওপৰতে অত্যাচাৰ, সেই পাৰৰ মোট ভাজি খাবলৈ কল্মাৰ দালি বতি দিব লাগিছিল। টকা নাপালেও

বোধকৰো খোৱাৰ লোভতে তেওঁ ঘনাই আহিব ধৰিলে। সিধা দিয়াত অলপ লৰচৰ হলেই "খকুৱাৰ ঘৰক আহি টকা পোৱাৰ দূৰৈৰ কথা এসাজ ভাগকৈ খাবকে নেপায়" বুলি তৰ্জ্জন গৰ্জ্জন কৰিছিল। ইত্যাদি কাৰণত তেওঁক মই চকুৰ কোণেৰেও দেখিব নোৱাৰিছিলো। অনেক সময়ত খেদি উলিয়াই দিবৰো মন গৈছিল। কিন্তু শিষ্টাচাৰ বিৰুদ্ধ হব আৰু মানুহে শুনিলে কেলেঙ্কাৰী হবৰ ভয়ত মই মনৰ খঙ মনতে মাৰিছিলো। শেষলৈ গৈ এও মোকৰ্দ্দমা কৰিলে। মামাৰ লগত গৈ এওৰ লগত ৰফা কৰিলো। সুত আৰু মোকৰ্দ্দমাৰ খৰছো পূৰ্ণমাত্ৰাই ললে। মোৰ ডিক্ৰী হব দিবৰে মন আছিল। মামাৰ কাৰণেহে মাতিব নোৱাৰিলো। এই ধাৰ মাৰিবলৈ মামাই তিনিকুৰি টকা দিছিল। কিছুদিন পাছত এই তিনিকুৰি টকাৰ বাবে তেওঁ আমাৰ একপুৰা মাটিকিনি ললে। এই মাটি পাছত মই উদ্ধাৰ কৰিছো।

সকলো মিলি মামাৰ পাচজন ভাই ককাই। অৱস্থাও ভাল। নগদ টকা জমা নাথাকিব পাৰে; কিন্তু খেতিখোলা গৰুই-ছাগলীয়ে বোধৈয়া গৃহস্থালী। দিনে এবাৰ আহি মমাই আমাৰ খবৰ কৰি থাকে। জ্বৰ-নৰিয়া হলে পুৱাৰ পৰা দুপৰীয়ালৈ আমাৰ ঘৰতে থাকে, আকৌ ভাত পানী খাই উঠি ভাটিবেলা আহি ৰাতি ৪।৬ দণ্ডলৈ থাকে। আমাক অতিশয় মৰম কৰে। তথাপি এটা কথা মই বুজিব পৰা নাই, আজিও সময়ে সময়ে মোৰ সেই কথা মনত পৰে; আমাৰ অতিশয় দুৰাৱস্থাতে মামাৰ ঘৰৰ পৰা কোনো আৰ্থিক সহায় আমি পোৱা নাছিলো। আমি মাজে সময়ে লঘোণ খাটিছো; তথাপি মামাৰ ঘৰৰ পৰা ১৲ মোণ ধানো পোৱা নাছিলো; ইয়াৰ কাৰণ মামাৰ স্বাভাবিক কৃপণতা নাইবা

আন কিবা।

[ ২ ]

এতিয়া মাটি বন্ধকী ধাৰৰ কথা কম। প্ৰায় মাটিয়ে বন্ধকত আছিল। আমি লঘোণ পৰো আৰু আমাৰ মাটিতে খেতি কৰি লোক ধান বেচে। আমি কিনিব খুজিলেও বাকী হবৰ ভয়ত নাইবা অলপ সস্তাই দিব লাগিব বুলি আমাক বেচিব নোখোজে। বিচাৰিলে ধান নাই বুলি কয়। এই অৱস্থাৰ প্ৰতিকাৰ কৰিবলৈ মই উঠি পৰি লাগিলো। প্ৰথমতে সমস্ত বন্ধকদাৰক মাতি আনি কলো, "আমাৰ সমস্ত মাটি বন্ধকত সোমাল; তোমালোকে কিছু কিছু মাটি আমাক এৰি দিয়া, নহলে আমি চলিব নোৱাৰো। বিশেষকৈ আমাৰ খাবলৈ ধান নাই আৰু তোমালোকে আমাৰ মাটিকে বন্ধক ৰাখি ধান বিক্ৰী কৰা। আমাক বাকী দিব লাগিব বুলি কিনিব খুজিলেও নাই বুলি কোৱা।" এই কথাত প্ৰায় বন্ধকদাৰেই মাটি এৰি দিবলৈ সম্মত নহল। দুই এজনে মাত্ৰ নেমাতি থাকিল।

আগতকৈ মাটিবন্ধক খোৱা টকাৰ সংখ্যা বাঢ়িছিল। প্ৰায় দুগুণ হৈছিল গৈ। এক বিঘা মাটি আগেয়ে ৫৲ টকাত বন্ধক আছিল, এতিয়া সেই মাটিকে ২০৲ টকা বা ২৫ টকাত বন্ধক থব পৰা হৈছেগৈ। এই সুবিধাৰ সুযোগ লৈ মই একপুৰা মাটি এজনৰ পৰা কাঢ়ি আন এজনৰ তাত বেচি টকাত বন্ধক দি আইন এপুৰা মাটি খালাচ কৰিলো। এই কথাত ভয় পাই আন বন্ধকদাৰ সকলেও কিছু কিছু মাটি এৰি দিবলৈ সম্মত হ'ল। যি সকল এইদৰে সম্মত হ'ল তেওঁলোকৰ পৰা

আধা আধা মাটি উলিয়াই ল'লা আৰু যি বিলাকৰ খাজানা দুই তিনি বছৰলৈ বাকী আছিল তেওঁলোকৰ খাজানাৰ টকাৰ চক্ৰবৃদ্ধি হিচাবে সুত ধৰিলৈ অনেক মাটি খালাচ কৰিলো। ইয়াৰ ফলত বছৰে বছৰে আমাৰ খাবৰ ভোখাৰ ধান প্ৰায় হ'ল। দুই চাৰিমাহ নাটিলেও শিষ্যৰ ঘৰৰ পৰা আনি মিলি খোৱাত ধান কিনিব নলগা হ'ল।

আধিৰ ধানৰ এটা অংশ আবুইতক দিব ধৰিলো আৰু খাজানাৰ কথাও তেওঁলোকক নকৈ মই নিজে মাৰিব ধৰিলো। এই ব্যৱহাৰত আবু বৰ সন্তুষ্ট হ'ল আৰু তেওঁলোকে বেলেগ পাগত খালেও ক্ৰমে ক্ৰমে মায়ে গৃহস্থ হলো। ঘৰত সম্মান বঢ়াৰ লগে লগে গাৱঁতো মোৰ সম্মান বাঢ়িল। গাৱঁৰ কোনো কথা-বাৰ্ত্তা হলেও সকলোৱে ডাঙৰ বাপাক বিচৰা হ'ল।

ধাৰ ধুপাৰ মাৰাৰ কথা মই যেনেদৰে একেৰাহে লিখি গলো, আচলতে এনেদৰে এইবোৰ কথা পৰ্য্যায় ক্ৰমে একবছৰত বা দুই বছৰত হোৱা নাছিল। এই খিনি কৰিবলৈ মোৰ আন্দাজ পাঁচ-ছয় বছৰমান সময় লাগিছিল। একো চন তাৰিখ মনত নহলেও এইটো মনত আছে যে এনে ধাৰ মাৰা আৰু মাটি-বাৰী মুকলি কৰা সময়ত সৰু গোসাই কলিকতাত বি. এ. পঢ়ে। গতিকে হিচাব কৰিলে পোৱা যায় সৰু গোসাইৰ হাইস্কুলত চাৰি বছৰ, আই. এ.ত দুই বছৰ আৰু কলিকতাত একবছৰ বা দুইবছৰ মুঠতে ৭।৮ বছৰ হব। এই হিচাবত মোৰ বয়সো তেতিয়া বিশ কি একৈইশ বছৰ মান হব। মোৰ চৈধ্য বছৰ বয়সত পিতা ঢুকায় আৰু সেই বছৰতে সৰু গোসাই হাইস্কুলৰ আগৰ চতুৰ্থ শ্ৰেণীত পঢ়ে।

[ ৩ ]

স্বাভাৱিকতে মানুহৰ মনত প্ৰশ্ন হব পাৰে,—মোৰ আয়ৰ বিষয়ে। খাৰ-ধুপাৰ মাৰা হ'ল, গৃহস্থীৰ আন খৰছো চলোৱা হ'ল, বিশেষকৈ সৰু গোসাইৰ বৃত্তিৰ উপৰি মাহিলী যি খৰচ হয় তাৰো দিহা কৰা হ'ল; এই বিলাক টকা আহে কেনেকৈ? ভগৱানে কাক কেতিয়া কেনেকৈ কি দিয়ে কোনেও কব নোৱাৰে। সেই দেখিয়ে প্ৰাচীন গাথা আছে—

"আজগাম যদা লক্ষ্মী নাৰিকেল ফলাম্বুবৎ।

নিৰ্জগাম যদা লক্ষ্মী গজভুক্ত কপিত্থবৎ॥"

এতিয়াও মোৰ সেয়ে বিশ্বাস। টকা কড়ি হাতত নাথাকিলে বহি থাকো; কৰাবাৰ পৰা কেনেবাকৈ খৰচৰ টকা আহি পৰে। আজিলৈ টকাৰ অভাৱত মোৰ কোনো কাম পৰি থকা নাই। প্ৰয়োজন অনুসাৰে টকা পায়ে আছো। সেইদেখি আজিও মোৰ কোনো সাঁচতীয়া ভড়াল নাই। তথাপি মোৰ ধনাগমৰ বাট কেইটামানৰ বিষয় উল্লেখ কৰিম আৰু কি দিহাৰে মই খাৰ ধুপাৰ মাৰি অলপ টনকিয়াল হলো তাৰ কথাও অলপ কম।

প্ৰথমতে মই ব্যয় সঙ্কোচৰ প্ৰতি মন দিলো। পিতা থকাত আমাৰ ঘৰৰ পৰা "বাৰ মাহত তেৰ পৰ্ব্ব" শুগুচিছিল। আজি সত্যনাৰায়ণ, কালি তুলসীদিয়া, পৰহি দিনা বামুণমতা ইত্যাদি। ভকত সেৱা, পৰথীয়া সেৱা, ভাণ্ডাৰী কানীয়া সেৱা আদি কোনো এটাও বাদ যোৱা নাছিল। তাৰ উপৰিও কাতি আৰু মাঘ মাহত টুপীয়াকৈ হলেও ব্ৰাহ্মণ ভোজন, আতাৰ শ্ৰাদ্ধ, সভা মহোৎসৱ লাগিয়ে আছিল। মই এইবিলাক কমাই দিলো; বছৰি এবাৰ সত্যনাৰায়ণ, কাতি মাহত তুলসী দিয়া আৰু মাঘ মাহত পিতাৰ শ্ৰাদ্ধৰ লগতে

কেইজনমান বামুণ মতাত বাহিৰে ক্ৰিয়া কৰ্ম্মৰ আন খৰছ কমাই দিয়াত মোৰ বহুতো সুবিধা হ'ল। এইবিলাক বন্ধ-কৰাত মাই মনতে যদি অলপ অচৰপ দুখ পাইছিল তাকো মই জনা নাছিলো। আমাৰ অৱস্থাৰ প্ৰতি লক্ষ্য ৰাখিয়ে হওক নাইবা শেষ ব্যৱস্থাৰ ওপৰত কোনো হস্তক্ষেপ নকৰাৰ কাৰণেই হওক মাই কোনো কথাত মোক হকা বধা কৰা নাছিল। এইবিলাক খৰচ কমালেও মই খোৱা-লোৱাৰ খৰছ কমোৱা নাছিলো। তাৰ প্ৰধান কাৰণ হৈছে মাৰ মতে যে খোৱাবোৱাৰ খৰছ কমোৱাৰ অৰ্থ হৈছে আনপিনে খৰছ বঢ়োৱা। ভাল খোৱা-বোৱা নহলে মানুহৰ স্বাস্থ্য ভাল হব নোৱাৰে। তাৰ ফলতে নানা প্ৰকাৰ বেমাৰ আজাৰে এবা নিদিয়া হয়। মানুহৰ উপাৰ্জ্জন কৰাৰ শক্তি কমি যাব খৰে ডাক্তৰৰ খৰছ বাঢ়ি যায়।

খৰছ কমোৱাৰ লগে লগে আয় বঢ়াৰ চেষ্টাও কৰিলো। প্ৰথমে শিষ্যৰ ঘৰলৈ যাবলৈ ধৰিলো। পিতাৰ বেমাৰৰ কাৰণে শিষ্যৰ ঘৰলৈ যাব নোৱাৰিছিল; মই যাবলৈ আৰম্ভ কৰাত শিষ্যবিলাকে ভাল পালে। মোক আদৰ যতন কৰি অৰিহণা আদি দিব ধৰিলে। ময়ো পাৰ্য্যমানে মোৰ শক্তিৰে শিষ্য সকলৰ উপকাৰ কৰাৰ যত্ন কৰিব ধৰিলো। শিষ্যবিলাকৰ ভিতৰত হোৱা কাজিয়া-পেচাল সুক্ষ্ম বিচাৰ কৰি পক্ষপাত শূন্য হৈ ভাঙি দিব ধৰিলো। তেওঁলোকৰ ভিতৰত যাতে মেল মোকৰ্দ্দমা নহয় তাৰ বাবেও যত্ন কৰিব ধৰিলো। গাৱঁ-বিলাকত বৰ দলাদলি আছিল; এতিয়াও সম্পূৰ্ণ নোহোৱা নহয়, তথাপি আগতকৈ কিছু কমিছে। প্ৰায় গাৱঁৰ দলাদলি মিত্‌মাত্‌ কৰি দি গোসাই ঘৰ, বাট, পুখুৰী আৰু কোনো কোনো গাৱঁত স্কুল পাতিলো। সেই বিলাক কাৰ্য্যৰ পৰা

গাৱঁৰ যেনেকৈ উপকাৰ হ'ল তেনেকৈ মোৰো প্ৰতিপত্তি বাঢ়িল আৰু লগে লগে আয়ো বৃদ্ধি হ'ল। শিষ্যবিলাকে শ্ৰদ্ধা কৰি মোক অৰিহণা, দক্ষিণা আদি অধিককৈ দিব ধৰিলে।

আমাৰ গাৱঁবিলাকত কিছুমান অত্যাচাৰী আৰু নীচ-মনা মানুহ আছিল। তেওঁলোকৰ ব্যৱসায় আছিল গাৱঁত মেল লগাই দি দুয়ো পক্ষৰ পৰা কিছু কিছু লাভ কৰা। মিছা সাক্ষী কোৱা, গুৱাহাটীলৈ মোকৰ্দ্দমা কৰিবলৈ মানুহ লৈ যোৱা আদি এওঁলোকৰ ব্যৱসায়ৰ অন্তৰ্গত আছিল। এই শ্ৰেণীৰ মানুহক মানুহে শ্ৰদ্ধা নকৰিলেও ভয় কৰিছিল। এই-বিলাক মানুহৰ হাতৰ পৰা মানুহক উদ্ধাৰ কৰা মোৰ এটা কৰ্ত্তব্য কৰ্ম্ম বুলি ভাবিছিলো। গতিকে মেল-মোকৰ্দ্দমা লগা মানুহ মোৰ ওচৰলৈ আহিলে তেওঁলোকক সাৱধান কৰি মেলকি, পুলিচ ইত্যাদিক টকা দিবলৈ বাধা দি তেওঁলোকৰ কাজিয়া পেচাল আপোষত ৰফা কৰি দিব ধৰিলো। আজিও অনেক মেল মোকৰ্দ্দমা মই আপোষত ৰফা কৰি দি আছো আৰু মই এইটোতে আত্মপ্ৰসাদ লাভ কৰিছো যে এটা দুটা বিশেষ ক্ষেত্ৰৰ বাহিৰে প্ৰায় সকলো কাজিয়া পেচাল আপোষ ৰফা কৰি দিয়াত মই অকৃতকাৰ্য্য হোৱা নাই। ডাঙৰ ডাঙৰ কাজিয়াবোৰ আপোষ ৰফা কৰি দিলে উভয় পক্ষই সন্তুষ্ট হৈ মোক কিছু দিয়ে। ইও মোৰ আয়ৰ এটা ডাঙৰ বাট হ'ল। কেতিয়াবা কেতিয়াবা মোৰ ৰফা হিতোপদেশ-পঞ্চতন্ত্ৰৰ সাধু কথাৰ নিচিনাও হৈছিল। সেই ধৰণৰ ৰফা এটাৰ কথা তলত উল্লেখ কৰিলো।

আমাৰ ওচৰৰে জাপাৰকুছি গাৱঁত কেইঘৰমান মানুহ আছে। তেওঁলোকৰ দুঘৰৰ ভিতৰত এখন সামান্য কাঠৰ

পিৰাৰ বাবে মাজে মাজে কাজিয়া হৈ থাকে; কেতিয়াবা বছৰত দুই তিনিবাৰো হয়। বেলেগ হোৱাত এই পিৰাখন ভাগ হোৱা নাছিল। সেইবাবেই প্ৰতি ঘৰে পিৰাখন দাবী কৰে আৰু এঘৰে আনঘৰৰ পৰা উলিয়াই নিয়ে। এয়ে কাজিয়াৰ মূল কাৰণ।

মই যি কালৰ কথা কৈছো সেই কালত বিশেষ শ্ৰেণীৰ মানুহে পইচাৰ মুখ দেখা লোক আছিল। গতিকে তেওঁলোক পয়চা খৰছ কৰাত মুক্তহস্ত আছিল। হাট বজাৰলৈ গলে ডাঙৰ মাছটো তেওঁলে কেই কিনে। মেল-দৰবাৰত তেওঁলো-কেই বেছি পৰিমানে টকা খৰছ কৰে। এই সুযোগকে অৱলম্বন কৰি কেৱল মাত্ৰ পিৰাখনৰ মেলতে ওচৰৰ মেল্‌কি বোৰে এই কেইঘৰৰ পৰা বছৰে বহু টকা আৰু আন বস্তু হস্তগত কৰে। মেলেকিবিলাকৰ ভিতৰত এজন এক-ফালে আৰু আনজন একফালে, এই দৰে প্ৰত্যেক মেলেকি এটা নহয় এটা পক্ষ সমৰ্থন কৰিছিল।

এই মেলটো এবাৰ মোৰ ওচৰলৈ আহিল। মই দুয়োপক্ষ পৰা কথাটো ভালদৰে বুজি বাজিলৈ এদিন দিনৰ ১টা মান বজাত মেল কৰিব গলো। মই গৈ পোৱাৰ আগতে দুয়ো পক্ষৰ মেল্‌কিবিলাক আহি নিজ নিজ দলৰ লগলাগি তৰ্ক আৰম্ভ কৰি দিছে। মই যোৱাত সকলো বিলাকে মোক এটা মীমাংসা কৰি দিব কলে। মই আগেয়ে বহুতো কথা বাৰ্ত্তা কলো আৰু সামান্য পিৰা এখনৰ বাবে নিজৰ ভিতৰতে কাজিয়া পেচাল কৰা যে অশোভন এই কথাৰো বহুপ্ৰকাৰে বুজ দিলো। পক্ষবিলাকে এৰাএৰি কৰিবৰ ইচ্ছা প্ৰকাশ কৰিলেও মেল্‌কি বিলাকৰ বাবে নোৱাৰা কথাটো মই বুজিব পাৰি, মেল্‌কি বিলাকক পিৰাখনৰ দাম কৰিব দিলো; তেওঁলোকে দেড়টকা দাম

ঠিক হব বুলি কলে। মই তেতিয়া কলো, "তোমালোকে ( পক্ষ-সকলে ) পইচাৰ ভাগ উলিয়াই দি পিৰাখন একপক্ষই নিয়া" এই কথাতো কোনো সন্মত নোহোৱাত মই কলো; এই পিৰাখনেই তোমালোকৰ যত অনৰ্থৰ মূল। এই বাবে তোমা-লোকৰ কাজিয়া পেচাল হৈ থাকে। টকা কৰিও তোমালোকৰ বছৰে বছৰে যেনেতেনে খৰচ হয়। গতিকে তোমালোকে এই পিৰাখন দান কৰা। দানত দুৰ্গতি খণ্ডক। তেতিয়া দুয়ো পক্ষে পিৰাখন মোকে দান কৰিলে। মেল্‌কি বিলাকো সন্তুষ্ট হোৱা যেন পালো। ৰাতি দহ মান বজাত উভয়পক্ষৰ মানুহে পিৰাখনৰ সৈতে মোক ঘৰত থৈ গ'লহি। সভেৰীও বোধকৰো তিনিটকা মান পালো। এতিয়া সঠিক পৰিমাণ মনত নাই।

তেতিয়াৰ মেল্‌কিবিলাকে ভেটি খাই পক্ষ অৱলম্বন কৰি মেল কৰিব গৈছিল। গতিকে তেওঁলোকে কোনো মেলকে মাৰিব নোৱাৰিছিল। বৰং মেল্‌কিৰ বাবে মেল বাঢ়িহে গৈছিল। আনকি শেষত গৈ দেৱানী ফৌজদাৰীও হৈছিল। প্ৰতিপক্ষৰ মেল্‌কি প্ৰতিপক্ষৰ সহায় হৈ গুৱাহাটীলৈও অহাযোৱা কৰিছিল আৰু তাৎপৰাও তেওঁলোকৰ আৰ্থিক লাভ হৈছিল। মই এই প্ৰথাটোক বৰ ঘৃণা কৰিছিলো। এতিয়া এই প্ৰথা ক্ৰমে নোহোৱা হৈ আহিল। মোকৰ্দ্দমা মাম্‌লা আৰু মিছাকথাত হাই কাজিয়া কমি আহিছে। ইয়াৰ প্ৰধান কাৰণ মহাত্মাৰ অসহযোগ আন্দোলন উপলক্ষে আদালতলৈ নগৈ সকলো কাজিয়া-পেচাল নিজে নিজে অগত্যা নহলে নিজৰ পঞ্চায়তৰ দ্বাৰা মীমাংসা কৰি লবলৈ দিয়া বাণী। মানুহৰ শিক্ষা, সময়ৰ প্ৰভাৱ, নৈতিক চৰিত্ৰ আদিও অৱশ্যে উপক্ষনীয় নহয়।

মই নিজেও বহুত মেল দৰবাৰ মাৰি ফুৰিছিলো, কিন্তু কোনো মানুহৰ পৰা ভেটি খোৱা নাছিলো। খোৱা হলে

মন্থো মানুহৰ কাজিয়া পেচাল মীমাংসা কৰি দিব নোৱাৰি-লোহেঁতেন। ভেটি দিয়া মানুহ থাকিলে ভেটীৰ প্ৰলোভন এৰিব পাৰিলেও প্ৰকাৰন্তৰে মানুহে ভেটী খাবলৈ বাধ্য হয়। মই ভেটি খোৱা অতিশয় ঘৃণনীয় কথা বুলি ভাবো আৰু আজিলৈ কাৰো পৰা কোনো ভেটী খোৱা নাই। অনেকে অনেক সময়ত মাছ-পাখীৰ আদি এনে ধৰণৰ বস্তু ঘৰত দি যায়। ঘৰত দিয়া বস্তু মই ৰাখিবলৈ হাক দিছিলো; পাছে বস্তু অনা মানুহে কৈ যায় যে, "মই আপোনালোকৰ শিষ্য; প্ৰভু আহিলে কব"। বহুদিনৰ পাছত গম পাওঁ যে অমুক মানুহটোৱে অমুক কামৰ বাবে আহোঁতে অমুক অমুক বস্তু আনিছিল। কেনেকৈ গম পাওঁ কোৱাৰ আৱশ্যক নাই। ভেটী দিয়াৰ দুটা উদাহৰণ তলত উল্লেখ কৰিলো।

পাঠশালা স্কুলৰ শিক্ষকৰ পদপ্ৰাৰ্থী এজন মানুহ মোৰ ওচৰলৈ অহাযোৱা কৰিছিল; চেয়াৰমেন আৰু ডেপুটী ইন্সপে-ক্টৰক কৈ স্কুলৰ পণ্ডিত কৰি দিব লাগে। এবাৰ আমাৰ পিতাৰ শ্ৰাদ্ধৰ দিনৰ ওচৰতে আহিছিল। স্বাভাবিকতে মই তেওঁক নিমন্ত্ৰণ কৰিলো। শ্ৰাদ্ধৰ দিনা তেওঁ এজন ভাৰীৰ হাতত ভাৰ এখন দি আনিছে। বস্তুবাব কি আনিছে মই নাজানো। আন শিষ্য সেৱকেও সেইদৰে ভাৰ ভেট লৈ আহে। যিয়ে যি আনে ভঁড়ালীয়ে থৈ দিয়ে। যাবৰ সময়তো শিষ্য বিলাকে মোৰ পৰা নিৰ্ম্মালী লৈ যাব যি ইচ্ছা প্ৰণামী দিয়ে। প্ৰণামীৰ পৰিমাণ দুই এক অনাৰ পৰা এক টকালৈ; এটকাৰ বেছি প্ৰায় কোনোৱে নিদিয়ে। হঠাৎ এজন মানুহে পাচ টকা প্ৰণামী দি সেৱা কৰিলে। মুখৰ ফালে চাও যে পণ্ডিত পদৰ প্ৰাৰ্থী সেই মানুহজন। মই ভেটী বুলি জানিও মনে মনে থাকিব লগা হলো। তাৰ পাছত এদিন তেওঁক অকলে লগ পাই

সেই টকা ফিৰৎ দিব খুজিছিলো। তেওঁ গুৰু ঘৰত সেৱা কৰি দিয়া বুলি কৈ নিনিলে। পাছত তেওঁ কিন্তু পণ্ডিতৰ কাম পালে।

দ্বিতীয়জন বামুণ মানুহ। মোৰ লগত পৰিচয় নাই। এদিন তেওঁ আহি আমাৰ চ'ৰা ঘৰত বহি আছে। মই কৰবাৰ পৰা আহি পোৱা মাত্রে মোক ভৰিত পৰি সেৱা কৰিলে। পৰিচয় সোধাত পৰিচয়ো দিলে। অলপ কথা-বাৰ্ত্তা হোৱাৰ পাছতে মোক কলে, "আমি সদায় নলবাৰী লৈ আহি থাকিব লাগে; কিন্তু ইয়াত কোনো পৰিচয় থকা মানুহ নাই; আপোনালোকৰ লগতে পৰিচয় হবলৈ আহিছো" মই তেওঁক ভাত পানী খুৱাই বিদায় দিলো। তাৰ পাছৰ ঘটনা বহুাগ বিহুৰ দিনা তেওঁ কিছু বস্তুবাব, কাপোৰ একজোৰা আৰু নগদ দহটকা দি সেৱা কৰি কলে, "আমিনো আপো-নালোকৰ লগত কিহৰ যোগ্য হম! মোক পুত্রৰ নিচিনা স্নেহ কৰিব বুলি আশা কৰিলো। আজিৰ পৰা মই আপো-নাক "বাপদায়" দিলো"। আমাৰ সমাজত এজনে "বাপদায়" দিলে তাক প্রত্যাখ্যান কৰিবৰ প্রথা নাই। "বাপদায়" দিলে আচঁলতে পিতাপুত্রৰ নিচিনাই সম্বন্ধ ঘটা বুলি বিশ্বাস এতিয়াও চলি আছে। ময়ো তেওঁক বিহুৱান আদি দি বিদায় দিলো। তাৰ পাছতো নানা ৰকম বস্তুবাব লৈ আমাৰ ঘৰলৈ অহা-যোৱা কৰে। তেওঁৰ পৰা মাছ-গাখীৰ ফল-মূল মিলি প্রায় ৬০।৭০ টকাৰ বস্তু ছয়মাহ মানৰ ভিতৰতে খালো। তাৰ পাছত এদিন কলে যে তেওঁক ইন্সপেক্টৰকৈ গৱৰ্ণমেণ্ট কামত মকৰল কৰাব লাগে। তেতিয়াহে মই তেওঁৰ উদ্দেশ্য বুজিব পাৰিলো আৰু তেতিয়াহে মই গম পালো যে তেওঁ মেট্রিক নৰ্ম্মাল পাছ কৰি কোনো মজলীয়া স্কুলৰ শিক্ষকৰ

পদত থকা এজন মানুহ। এইজন মানুহে হলে চৰকাৰী কাম নাপালে। বোৰ্ডৰ কামতে নিযুক্ত হৈ আছে।

বিধি-ব্যৱস্থা দিও মই টকা পাব ধৰিলো। পিতাৰ গুণতে মানুহে মোৰ ওচৰলৈ ব্যৱস্থা নিব আহে। মই পুথি পাজি ভালকৈ চাই নিৰ্ভুল ব্যৱস্থা দিছিলো। ভালকৈ মীমাংসা কৰিব নোৱাৰা বিষয় হলে ব্যৱস্থা নিব অহা মানুহজনক সিদিনাখন বিদায় দি অন্য দিনৰ বাবে মাতি পঠাওঁ আৰু তাৰে ভিতৰতে মই আন অভিজ্ঞ পণ্ডিত সজ্জনক সুধি-পুছি ব্যৱস্থাখন ঠিক কৰি লৈছিলো। এনে কৰাৰ ফলত মানুহজনেও নিৰ্ভুল ব্যৱস্থা পালে আৰু মোৰো শিক্ষা হ'ল। সেই কাৰণেই আজিও কোনো ডাঙৰ বিষয়ৰ ব্যৱস্থা লগা হলেই মানুহে মোক বিচাৰি আহে। এতিয়া প্ৰায় সকলো বিধি-ব্যৱস্থা মই নলবাৰী সংস্কৃত কলেজৰ পণ্ডিতসকলৰ দ্বাৰাই দিয়াও। তাৰ পৰা কলেজৰ পণ্ডিত সকল ডাঙৰ পণ্ডিত বুলি সমাজতে জনাজাত হৈছে। নতুন বিষয়ৰ ব্যৱস্থাও মই কিছু কিছু দিছিলো। নতুন ব্যৱস্থা দিব লাগিলে একেবাৰে সমাজৰ লগত খাপ নোখোৱা ব্যৱস্থা দিয়া নাছিলো। শাস্ত্ৰ আৰু সমাজৰ লগত খাপ খাই অথচ বিষয়টো নতুন, তেনে ধৰণৰ ব্যৱস্থাহে মই দিছিলো। এই বিলাকতো মোৰ আয় বাঢ়ি আহিল। ইয়াৰে মই ঘৰ গৃহস্থালী ভালকৈ চলাব পৰা হলো। আজিও মোৰ এই বিলাক আয়ৰ বাট বন্ধ হোৱা নাই। এতিয়াও মোৰ গৃহস্থীৰ খৰচ এনেকৈয়ে চলি আছে।

(৪)

বছৰত এবাৰ মই শিষ্যৰ ঘৰলৈ গৈছিলো। পলাশ-

ৰাৰী বাইঁগড়া ছুটীয়াপাৰা ( চাংসাৰী ), বাৰেগাওঁ আদি ঠাইলৈ শিষ্য ফুৰিব গ'লে এবাৰ গুৱাহাটীকো গৈছিলো আৰু কলেজিয়েট স্কুলৰ বৰ্ডিং ঘৰতে বাহা কৰিছিলো। বৰ্ডিং চুপৰিটেণ্ডেণ্ট ৺শ্ৰদ্ধাচৰণ চৌধুৰীয়ে সৰু এটা পাক ঘৰ মোৰ বাবে আৰু মোৰ নিচিনা আন ব্ৰাহ্মণ অতিথিৰ বাবে বেলেগকৈ ৰাখিছিল। ছাত্ৰ নথকা ৰুম এটাত থাকো আৰু পাকঘৰত খাও। এই যাত্ৰায়তৰ ফলত গুৱাহাটীৰ স্কুলত পঢ়া দুই চাৰিজন বয়সীয়াল ছাত্ৰ মোৰ বন্ধু হৈ পৰিছিল। সেই বিলাকৰ কথাও সময়ত কোৱা হব।

শিষ্যৰ ঘৰত পোৱা কাপোৰ আৰু টকা-কড়িৰ কিছু অংশ সৰু গোসাইক দি আহো আৰু কিছু মই ঘৰলৈ আনো। চাউল পাতিও যি হয় দি আহো আৰু পাছলৈও সৰু গোসাইক দিবৰ বন্দোবস্ত কৰি আহো। পাণ্ডু, বাইঁগড়া আদিৰ মানুহে প্ৰায়ে সৰু গোসাইক খোৱা লোৱাৰ বস্তু দি আছিল। এবাৰ মণ্ডলবিলাক গুৱাহাটীত থাকোতে ময়ো গৈ পালো। ছাগ্ৰাৰাম মণ্ডল প্ৰভৃতি আমাৰ শিষ্যও মণ্ডল আছিল। তেওঁলোকে মোক আগত ৰখি মণ্ডল কাননগোহ সকলৰপ। চাদা তুলি প্ৰায় ১০০্ মান টকা দি সহায় কৰিছিল। মই সেই টকা সৰু গোসাইক দি আহিলো। তাৰে প্ৰায় কেবামাহো তেওঁৰ খৰচ চলিছিল। যদিও এই টকা আচলতে দানৰ পৰাহে পোৱা তথাপি সেই সময়ত একেলগে ১০০্ টকা সৰু গোসাইক দিব পাৰি মই বৰ আনন্দ উপভোগ কৰিছিলো। তাৰ আগয়ে পঢ়াৰ বাবে সৰুগোসাইক মই কেতিয়াও একেলগে ১০০্ টকা দিব পৰা নাছিলো।

মোৰ অৰ্থ উপাৰ্জ্জনৰ বাট আৰু আৰ্থিক সঙ্গতিৰ কথা ইয়তে শেষ কৰিলো। আগলৈ আৰু এটা প্ৰসঙ্গ উলিয়াবৰ

মন নাই। এতিয়া পঞ্চম পৰ্ব্বত মই আকৌ মোৰ ১৪।১৫ বছৰলৈ ঘুৰি যাম। এই পৰ্ব্বত অনেক বছৰৰ কথা একেলগে কোৱা হ'ল।

# পঞ্চম পৰ্ব্ব

## (১)

আমাৰ গাওঁভুইঁবোৰ বৰ কদৰ্য্য আছিল। এতিয়া ৪০।৫০ বছৰৰ পাছত অনেক উন্নত হৈছে। ৪০।৫০ বছৰ আগয়ে এখন গাৱঁলৈ গলে এতিয়াৰ অতি জঘণ্য গাওঁ এখনতকৈ একো ভাল নাছিল। বাট বুলিব লাগিলে সৰু এটা গপ্তা। তাৰ ওচৰৰ পৰা কচু, ডুমাচৰাত, ঢেকীয়া আদিৰ জঙ্গল। বাটতে গৰুৰ গোবৰ আৰু মানুহৰ বিষ্ঠাই একাকাৰ হৈ থাকে। অলপ বৰষুণ পৰিলে ফেন্ ফেনীয়া হৈ পৰে। খোৱা পানীৰ ব্যৱস্থাও একো নাছিল। বাহঁৰ তলে, গছৰ তলে একোটা সৰু খাল, ওপৰখন কলা পুনিৰে ভৰা, তলত শাকৰ জোলৰ নিচিনা দুৰ্গন্ধ কলা পানী। মুখত দিবলৈও ঘিণ লাগে। দুই এখন গাৱঁত প্ৰাচীন কালৰ পুখুৰী অলিবাট আদি থাকিলেও সংস্কাৰ অভাবত তাৰ অৱস্থাও বেয়া আছিল। বালিলেছা, ছান্দকুছি, আজাৰা, কালাগ আদি গাৱঁৰ ডাঙৰ পুখুৰীবোৰৰ পাৰত জঙ্গল, শ্মশান আৰু মানুহৰ শৌচাচাৰৰ স্থান আছিল। আমাৰ গাওঁখনো এনেকুৱা আপদৰ পৰা মুক্ত নাছিল। সুখৰ কথা জাপাৰকুছিৰ বিলৰ আৰু মৰানদীৰ মাছ-পানীৰ বাবে আন গাৱঁতকৈ আমাৰ গাৱঁৰ

সাধাৰণ স্বাস্থ্য কিছু পৰিমাণে ভাল আছিল। তথাপি বেমাৰ আজাৰ ঘৰে ঘৰে লাগি আছিল।

প্ৰতি গাৱঁতে ফাগুন-চ'তত বসন্ত, বহাগ জেঠত কলেৰা, তেজ হাগনী, আহাৰ শাওনত মেলেৰীয়া জ্বৰ আৰু আহিন-কাতিত কাহ লুটেনী আদি বেমাৰ নোহোৱা ঘৰ প্ৰায়ে নাছিল। ফলত মানুহবোৰ দুৰ্ব্বল, ৰুগ্ন আৰু অকামিলা আছিল।

জেঠ-আহাৰ মাহত ঘৰে ঘৰে জ্বৰ হৈছিল। পিতা মৰাৰ দ্বিতীয় জেঠত মোৰ সৰু ভাই অমৃতৰ জ্বৰ হ'ল। সি সেই বছৰ মাইনৰ শ্ৰেণীত পঢ়িছিল। তিনি চাৰিদিন একেৰাহে জ্বৰ ভোগ কৰাৰ পাছত চিকিৎসা আৰম্ভ হ'ল। যজ্ঞ ডাক্তৰ আহি চাই চিন্তি কলে যে জ্বৰ ম্যাদি হোৱাৰে লক্ষণ, বাৰু আৰু ২১ দিন চাই থাকা বুলি কৈ বিশেষ ঔষধ পাতি একো নিদি দালিম পালে খাব দিব কলে আৰু খাবৰ ইচ্ছা কৰিলে আখৈৰ মণ্ডাও দিব কলে। এনেকৈ ৭।৮ দিনমান যোৱাৰ পাছত কলে যে জ্বৰ ম্যাদি; ভাল হবলৈ বহু দিন লাগিব। এনেকি এমাহ ডেৰমাহো লাগিব পাৰে। মই বিশেষ নুবুজিলো। এতিয়াহে ভাবিছো আজি কালি টাইফয়েড্ জ্বৰ বুলিলে যি বুজায় সেই জ্বৰে হৈছিল।

যজ্ঞ ডাক্তৰে চিকিৎসা কৰিলে আৰু তেওঁৰ পৰামৰ্শ অনুসাৰে নাজিৰকো চিকিৎসাৰ বাবে অনা হ'ল। নাজিৰেও কলে সান্নিপাতিক ম্যাদি জ্বৰ। নাজিৰ দিনে পতি এবাৰ আহে আৰু চাই চিন্তি ঔষধ পাতি দিয়ে। অনেক সময়ত তেওঁ নিজে আগত বহি থাকি পথ্য আদিও কৰাই দিয়ায়। নাজিৰ আৰু যজ্ঞ ডাক্তৰৰ আহোপুৰুষাৰ্থতো বেমাৰ কম নপৰিল। তাৰ পাছত বৈকুণ্ঠ চৌধুৰী আহিও চালে। তেতিয়া

বৈকুণ্ঠ চৌধুৰী উদীয়মান ডেকা চিকিৎসক বৈকুণ্ঠ চৌধুৰীৰ চিকিৎসাতো আমাৰ বিশ্বাস বেছি আছিল। কাৰণ তেওঁ প্ৰায় সৰু গোসাইক বৰ পুৰুষাৰ্থ কৰি ভাল কৰিছিল। তেতিয়াৰ পৰাই আমাৰ এই অঞ্চলত তেওঁৰ বৰ নাম হৈছিল। সৰু গোসাইৰ সমস্ত শৰীৰৰ এফালত জ্বৰ হৈছিল আৰু আন ফালটো শীতল আছিল। বৈকুণ্ঠ চৌধুৰী অৰ্দ্ধ……… জ্বৰ বুলি কৈ চিকিৎসা কৰিছিল। সেই আজি পৰ্য্যন্ত এই অৰ্দ্ধ………জ্বৰ আন ক'তো দেখা নাই। এওঁলোকৰ চিকিৎসাত একো ফল নোহোৱাত যজ্ঞ ডাক্তৰৰ পৰামৰ্শ অনুসাৰে নলবাৰী ডাক্তৰখানাৰ ডাক্তৰ বিনোদ বিহাৰী চক্ৰবৰ্ত্তীকো ৩।৪ দিন আনিলো। কোনো ফল নোহোৱাত নাজিৰ আৰু যজ্ঞ ডাক্তৰৰ পৰামৰ্শ অনুসাৰে ডাক্তৰক আনিব এৰিলো। দিনে দিনে ভিজিট দিয়াৰ কোনো কাম নাই বুলি কলে। যজ্ঞ ডাক্তৰ আৰু নাজিৰে চাই চিন্তি মৰাৰ সময়লৈ চিকিৎসা কৰি থাকিল। ক'তো একো ফল নহল। পাছে এদিন দিনৰ ১২ বজাত তাৰ মৃত্যু হ'ল। ঘৰত হাহাকাৰ লাগিল মাই শোকত অতিশয় অভিভূত হৈ পৰিল। পেহী মাইৰ শুশ্ৰূষাত লাগিল। আন বিলাকো কান্দি কাতি অস্থিৰ হৈ পৰিল। মই মানুহ-দুমুহ খবৰ কৈ আনি তাৰ শেষ কৃত্য সমাধা কৰিলো। শ্ৰদ্ধা-শ্ৰান্তিও যথাবিহিত ৰূপে কৰা হ'ল।

মাই পিতিৰ শোকতে অস্থিৰ হৈ আছিল, তাৰ উপৰি পুত্ৰ শোক পাই একেবাৰে অস্থিৰ হ'ল। আগৰ পৰা মাই খাব লব এৰিছিল। ব্ৰত হিচাবেই বাচি খাব এৰিছিল আৰু অভাৱৰ কাৰণে দিনতো সময়ে সময়ে লঘোনে থাকিব লাগিছিল। এতিয়া প্ৰায় খাবলৈ এৰিলেই। তাৰ ফলত বা আন যি কাৰণতে নহক মাইৰো পিত্তশূলৰ বেমাৰ আৰম্ভ

হ'ল। মোৰ ভয় হ'ল, জানোচা মাইও পিতাৰ নিচিনা পিতৃশূলৰ বেমাৰতে চুকায়।

[২]

শোকৰ উপৰতে আৰু শোকৰ সংবাদ আহি পৰিল। মোৰ প্ৰথমা পত্নীৰ বৰ টান জ্বৰ হৈছিল। কুলবিলৰ গোসাই ৮।১০ দিন ধৰি চিকিৎসা কৰিছে। কোনো উপশম হোৱা নাই। মাই অস্থিৰ হ'ল। যজ্ঞ ডাক্তৰক খবৰ দি অনা হ'ল। তেওঁ মোক লগতলৈ মোৰ প্ৰথম শহুৰৰ ঘৰ বিৰামপুৰলৈ গ'ল। ৰোগীক পৰীক্ষা কৰি চালে; তাৰ পাছত কুলবিলৰ গোসাইকো মতাই আনিলে। ইতিমধ্যে যজ্ঞ ডাক্তৰে মোক বেমাৰীক চাব কলে। আৰু মোৰ শহুৰৰ ঘৰৰ মানুহক কলে যে এতিয়া এবাৰ মোক চাব দিয়া ভাল।

তেওঁলোকৰ কথামতে মই মোৰ জ্বৰত পৰি থকা ১৩ বছৰীয়া পত্নীক চাই ললো। এই চোৱাই যে শেষ চোৱা এই কথা তেতিয়া মই বুজিব পৰা নাছিলো। তেওঁ বিছনাত অসাৰ হৈ পৰি আছিল। তথাপি তেওঁৰ সৌন্দৰ্য্য যেন বিছনাত বাগৰি পৰিছিল। এনে ৰূপৱতী সুন্দৰী ছোৱালী সাধাৰণতে দেখা নাযায়। এইজনী ছোৱালীৰ ৰূপৰেখা এতিয়াও মোৰ মনত আছে। এওঁক ইতিপূৰ্বে বিয়াৰ পিছদিনাখন এবাৰ অলপ সময়ৰ বাবে দেখিছিলো। তেতিয়াও তেওঁৰ ৰূপ দেখি মোৰ মনত আনন্দ হৈছিল আৰু পিতাই যে উপযুক্তা কন্যা নিৰ্ব্বাচন কৰিছিল এই কথা ভাবি পিতাৰ প্ৰতিও শ্ৰদ্ধা হৈছিল। পিতাৰ মতে বৰ কন্যা ভাল পালে সকতে বিয়া হোৱাত কোনো আপত্তিৰ কাৰণ নাছিল আৰু বৰ-কন্যা ভাল

নিমিলিলে বয়সত বিয়া হলেও কোনো দোষ নাছিল। এই কথা তেওঁ প্ৰসঙ্গক্ৰমে মাজে মাজে কৈছিল। বোধকৰো এই কাৰণতেই চৈধ্য বছৰীয়া পুত্ৰৰ লগত যাৰ বছৰীয়া কন্যাৰ বিবাহত সন্মত হৈছিল।

কুলবিলৰ গোসাই আহি পালত যজ্ঞ ডাক্তৰে তেওঁৰ লগত পৰামৰ্শ কৰি ভেকেলীয়া ওজাই সৈতে ৰসায়ণ কৰিব কৈ আহিল। ৰসায়ণ চিকিৎসা এতিয়া প্ৰায় কবিৰাজ সকলে নকৰে। আগৰ ভাল ভাল কবিৰাজ সকলে ৰসায়ণ চিকিৎসা কৰিছিল। ৰসায়ণৰ সাধাৰণ অৰ্থ উগ্ৰবিষ প্ৰয়োগ কৰা। ব্ৰহ্মতালুত ক্ষত কৰি তেজ উলিয়াই তেজৰ লগত সাপৰ বিষ প্ৰয়োগ কৰিছিল। ৰসায়ণে ধৰিলে অৰ্থাৎ ৰোগীৰ শৰীৰত বিষ ক্ৰিয়া প্ৰকাশ পালে ৰোগী ভাল হৈছিল। কিন্তু বিষ ক্ৰিয়া প্ৰকাশ নাপালে ৰোগীৰ মৃত্যু হৈছিল। ৰসায়ণ প্ৰয়োগ কৰাৰ পাছত চিকিৎসক অতি সাবধানে ৰোগীৰ কাষত থাকি ৰোগীৰ অৱস্থা লক্ষ্য কৰি থাকে। বিষক্ৰিয়া প্ৰকাশ পোৱা মাত্ৰে ডাবৰ পানী, দৈ গাখীৰ ইত্যাদি খাব দিয়ে আৰু আন আন বিষ প্ৰশমক চিকিৎসা কৰে। ক্ৰমে ৰোগী সুস্থ হৈ আহে আৰু কেই দিনমান ভালদৰে পথ্য আদি দি আল-পৈচান ধৰি থাকিলে ৰোগী সম্পূৰ্ণৰূপে ভাল হৈ উঠে। কুলবিলৰ গোসাঁই, যজ্ঞ ডাক্তৰ, যোগেশ্বৰ ওজা, ভেকেলীয়া ওজা আৰু মুগকুছিৰ শিৱকান্ত ওজাই ১০।১২ জন ৰোগীক ৰসায়ণ কৰা দেখিছো। সকলো বিলাকে প্ৰায় ভাল হৈছে। কেতিয়াবা কেতিয়াবা কুলবিলৰ গোসাই জ্বৰ হৈ পৰি থকা ডাঠ মানুহক হৰিতাল ভস্ম খাব দি. মূৰত তেল দি পুখুৰীত ডুবাই গা ধুব দিয়া আৰু গা ধুই অহা মাত্ৰে দৈ গাখীৰ আঠিয়া কলেৰে পথ্য দি ৰোগী ভাল কৰা কথা মই নিজ

চকুৰে দেখিছো। কিন্তু যজ্ঞ ডাক্তৰে এনে ধৰণৰ উৎকট চিকিৎসা কৰা কেতিয়াও ভাল বুলি নাভাবিছিল। এনেকুৱা চিকিৎসাত বিপদ ঘটালে চিকিৎসক পাপৰ ভাগী হয় বুলি তেওঁৰ একান্ত বিশ্বাস আছিল।

আমি ঘৰলৈ উভতিলো। যজ্ঞ ডাক্তৰে বাটত মোক কোনো কথা নকলে। ঘৰত আহি মাইক কলে "আই, যি হবৰ হব; আপুনি এইজনী বোৱাৰীয়েকৰ আশা এৰাই ভাল।" মাই শোকত অভিভূত হল। মোৰ হলে শোক দুখ কোনো ভাবেই মনত নেখেলিলে। তাৰ দুদিন পাছত মোৰ প্ৰথমা পত্নীৰ মৃত্যুৰ সংবাদ আৰু তেওঁৰ অস্থি এজন বামুনে আনি দি গ'ল।

মোৰ সৰু ভাই অমৃত চন্দ্ৰৰ নিচিনা মোৰ কিশোৰী পত্নী পদ্মাৱতীৰো শ্ৰাদ্ধ শান্তি মই সম্পাদন কৰিলো। কোৱা বাহুল্য যে মোৰ এই পত্নীৰ শান্তি হোৱা নাছিল। তেতিয়াৰ প্ৰথা মতে এওঁৰ মোৰ লগত দেখা শুনা বা কোৱা কথা বাৰ্ত্তাও নাছিল। কেৱল মৃত্যু শয্যাত এদিন দেখা হোৱাৰ কথা আগত উল্লেখ কৰিছো। আচলতে কব গলে এদিন দেখাৰ ফলত তেওঁৰ ৰূপৰ বাহিৰে আন কোনো কথা মোৰ মনত নাছিল। গতিকে তেওঁৰ লগত মোৰ কোনো প্ৰেম নাছিল। প্ৰেম মানে একান্ত অনুৰাগ। তেওঁৰ প্ৰতি কোনো অনুৰাগ নথকাত মোৰ শোক দুখ একো নহ'ল। লৰা ছোৱালীয়ে যেনেকৈ বৰ কইনা খেলা কৰে, ইও প্ৰায় সেই নিচিনাই আছিল। মোৰ এই বিয়া আগৰ কালৰ ডাঙৰ মানুহৰ লৰাৰ বিয়া যেনে আড়ম্বৰেৰে হৈছিল, তেনেকৈয়ে হৈছিল। গতিকে এই প্ৰসঙ্গতে মোৰ বিয়াৰ বৰ্ণনা এটা দিলে সেই কালৰ বিয়াৰ আড়ম্বৰ আদিৰ কথা জনা যাব আৰু বিয়া কৰোৱা যে কিমান কাৰ-

যাৰ আছিল তাকো বিষয় জনা যাব জনা যাব। তদুপৰি সামাজিক আচাৰ-ব্যৱহাৰ বিষয়েও এতিয়ালৈ কি কি পৰিবৰ্ত্তন হ'ল তাকো বুজা যাব; ইত্যাদি কাৰণত মোৰ বিয়াৰ চমু বিৱৰণি এটা তলত তুলি দিলো।

[৫]

আগৰ কালত বিয়া বাৰুৰ বাবে সকলো গৃহস্থৰ ঘৰত একোজোৰা গহনা আছিল। একোজোৰা গহনা বুলিলে সাধাৰণতঃ সোণা একোজোৰা, নাকৰ ফুল এটা, শিলিখা মাদেলী একধোৰ, এইখিনি সোণৰ। ৰূপৰ সোণখটোৱা বেৱাৰ বা টোচৰ মুঠিখাৰু একোজোৰা, তাৰ বা বাজু একজোৰা, ডেজাৰ মাদেলী একধোৰ, উজতি একপ্ৰস্থ (ভৰিৰ আঙুলীত পিন্ধা একপ্ৰকাৰ আঙুঠী, একপ্ৰস্থত দশটা থাকে)। চন্দ্ৰহাৰ একধোৰ। অৱশ্যে ,বৰ ধনী; সম্ভ্ৰান্ত লোক বা বিষয়-বাব থকা মানুহৰ কথা বেলেগ। তেওঁলোকৰ গহনাত সোনৰ পৰিমাণ বেছি আছিল। কাপোৰ আছিল পাটৰ আগুবাণ, পাতেনী একোজোৰ বা পাটৰ বিহা-মেখেলা একোজোৰ। গোটেই গাটো মুৰৰ পৰা ভৰিলৈ ঢাকি লোৱা উপকৰী এখন। এইখন বহঁৰীৰ বন্ধনৰ চিত্ত কাপোৰ হব লাগিছিল। বহঁৰীৰ বন্ধনৰ চিতৰ অৰ্থ আছিল বৰপেটা মহকুমাৰ বহঁৰী গাৱঁত কিছুমান চিত কাপোৰ তৈয়াৰ কৰা লোক আছিল। তেওঁলোকে মুগাৰ কাপোৰ ভাজ ভাজকৈ জাপি লৈ ঠাঁত ঠাঁত চিতৰ ফুল উঠিব সেই সেই ঠাইত কিহবাবে কাপোৰখনত বান্ধ দি নানা তৰহৰ ৰোল দি কাপোৰখন ৰোলাই লৈছিল। তাকে বহঁৰীৰ বন্ধনৰ-চিত বুলিছিল। কোনো কোনো বিয়াত এই বন্ধনৰ চিত বৰপক্ষই কন্যাক দিব

নোৱাৰাৰ বাবে টকা ভৰিব লাগিছিল। এই কাপোৰৰ গোল-মালত অনেক ঠাইত শেষলৈ বিয়াও নহৈছিল।

এই গহনা আৰু কাপোৰ গৃহস্থৰ উমৈহতীয়া সম্পত্তি আছিল। এই কাপোৰ আৰু গহনাৰে গৃহস্থৰ সকলোটি ভাই ককাইৰ বিয়া হৈছিল। শাহুৱেকৰ কাপোৰে-দি বোৱাৰীয়েকৰ বিয়াও হৈছিল; এনেকৈ নাতি বোৱাৰীয়েকৰ বিয়াও এই একেজোৰা গহনাৰে কাপোৰেদি হৈছিল। তাৰ পাছত যাৰ ভাগ্যত যি থাকে সেইৰূপে গহনা কাপোৰ পাইছিল। বিয়াৰ গহনা কাপোৰ, তেলৰ ভাৰৰ আন বয়-বস্তুৰ বাহিৰেও সাধা-ৰণতঃ ছোৱালীৰ গাধন দিব লাগিছিল। গাধন সকলোতকৈ বামুণৰ বেছি আছিল। ৫০০ টকাৰ পৰা ১২০০।১৩০০ টকালৈ গাধন লোৱা কথা আমি জানো। সম্ভ্ৰান্ত লোকৰ ছোৱালীৰ গাধন দিব নালাগিছিল; কিন্তু গহনা কাপোৰ আৰু আন বয় বস্তুৰ যি পৰিমাণ আছিল অনেক স্থলত গাধন দিয়া তাতকৈ ভাল আছিল। গাধন বেছি দিলে আন বয়-বস্তুৰ পৰিমাণ কিছু কম লাগিছিল।

গা ধন দি বিয়া কৰাব লগা হোৱাৰ কাৰণেই অনেক বামুণৰ বিয়া নহৈছিল আৰু যাৰ বিয়া হৈছিল তেওঁ-লোকো চিৰঋণী হৈ কোচবিহাৰ-ৰংপুৰ অঞ্চলত বিলাত খাটিব লাগিছিল। টকা ধাৰে দিয়া অনেক মহাজনে বিয়াৰ সুযোগ লৈ নিজৰ সামান্য পৰিমাণৰ টকা খটাই পিছত গৈ ডাঙৰ মহাজন হৈ পৰিছিল। এই মহাজন সকলৰ শোষণৰ বিভিন্ন উপায় আছিল। বিয়া কৰাব লগা বৰলা বামুণ সকলৰ এওঁ-লোক মহাবন্ধু হৈ বিয়া কৰাই ঘৰ-গৃহস্থী পাতিবৰ উপদেশ দিছিল আৰু খাল-মাহ, মিঠৈ-গাখীৰ, তামোল-পান আৰু নগদ টকাও দি বিয়া কৰাই দিছিল। বিয়াৰ পাছত সকলো

বস্ত্ৰ-বস্তুৰ দাম হিচাব কৰি সকলোকে অগদ কৰি মুখ চাওনী শতকৰা বছৰে ২৫ টকাৰ পৰা ৩০ টকালৈ সুতৰ বন্দোবস্ত কৰি যিখিনি মাটি-বাৰী আছে তাকে মাতব্বৰ জামিন ৰাখি দলিল কৰি লৈছিল। এই উপায়ে মহাজন সকলৰ তামোল-পান, মাহ-মিঠৈ বিক্ৰী হ'ল আৰু টকাও সুতত খাটিল।

দলিল পত্ৰ হৈ উঠাৰ পিছত মহাজন সকলে খাতকৰ ঘৰৰ সমস্ত ভাৰ লৈ তেওঁলোকক বিলাতক উপাৰ্জ্জনৰ বাবে পঠাইছিল আৰু ঘৰত খি লাগে সময়ে সময়ে তাকে দি সহায় কৰিছিল। খাতকে যি উপাৰ্জ্জন কৰে সমস্ত খিনিকে মহাজনক দিছিলে আৰু তাৰ কোনো বিশেষ হিচাব পত্ৰও নাৰাখিছিল। এই প্ৰণালীত অজগৰে জন্তু গিলাৰ নিচিনা মহাজনসকলেও খাতকক গিলি পেলাইছিল। এবাৰ এজন যদি কোনো প্ৰকাৰে মহাজনৰ হাতত পৰে তেনেহলে তাৰ আৰু উদ্ধাৰৰ আশা নাছিল। সাজ-বাচন, কানি-কাপোৰ আদিৰতো হিচাবে নাছিল। এইদৰে মহাজনৰ কবলত পৰি অনেক সম্ভ্ৰান্ত গৃহস্থইও সৰ্ব্বস্বান্ত হৈছিল। মহাজন বিলাকেও ক্ৰমে ক্ৰমে খাতকৰ মাটি-বাৰী আত্মসাৎ কৰি লৈ মাটি-বাৰীৰ মালিক হৈ পৰিছিল। এই বিলাক অত্যাচাৰ ৰোধ কৰিবৰ কাৰনেই কন্যাপন নিবাৰণী সভাৰ উদ্ভৱ হৈছিল।

বৰ-পক্ষই কন্যাপক্ষক তেলৰ ভাৰত দিয়া বস্ত্ৰ-বস্তুৰ পৰিমাণো কম নাছিল। তামোল এক শ পোনৰ পৰা দুইশ পোনলৈ লাগিছিল। পাণ দিব লাগিছিল প্ৰতি পোণ তামুলত এটাকৈ। গাখীৰ ছয় সাত কুৰি কলহ, মাছ আঠ-দহ ভাৰ, মিঠৈ ডেৰ দুই কুৰি, তেল ডেৰ দুই কুৰি সেৰ। সেই পৰিমাণে আন আঞ্জাপাতি আৰু দালিও দিব লাগিছিল। কদম ফুলীয়া ভাজা লাক দুই হাজাৰ তিনি-

হাজৰো দিব লগা আছিল। তাৰ উপৰিও গৰখীয়া ভাৰা, সভা পতা তামোল পাণ, আয়তিৰ দুৱাৰ বন্ধা তামোল-পাণ ইত্যাদি আৰু অনেক জঞ্জাল আছিল। বিয়া শেষ নোহোৱা-লৈকে কন্যাপক্ষৰ ডয়ত অভিভাৱকসকলোৱে সৈতে বৰ বেচাৰি ভিজা মেকুৰীৰ নিচিনা হৈ থাকিব লাগিছিল।

ছোৱালীৰ বিয়াত পিতাকে কইনা দানৰ ভোজ এটা খুৱাব লাগিছিল। তেলৰ ভাৰৰ বস্তুৰে সেই ভোজ খুওৱা হৈছিল। অনেক কন্যাদাতাই বৰৰ পৰা ভোজৰ চাউল পৰ্য্যন্ত আদায় কৰিছিল। বৰৰ বিয়াত চাৰি সাজ খুওৱা অপৰিহাৰ্য্য আছিল। বিয়াৰ দিনা দুপৰীয়া সান্দহ-গাখীৰ, লাৰু জিলাপী, নাৰিকলৰ লাৰু ইত্যাদি। আবেলি বৰা চাউল গাখীৰ মিঠৈ ইত্যাদি। বিয়াৰ পৰা ফিৰি অহাত আকৌ আগৰ দৰে সান্দহ-গাখীৰ, লাৰু, আদি। তাৰ পাছত ৰাতি আকৌ বৰ কইনাৰ পাতত ভাত দিয়া ভোজ। কইনাক বিদায় দিয়াৰ পাচ দিনাৰ পৰা বিয়ালৈ অহা "ইষ্টু কুটুম্ব" সৰা ছোৱালীৰে সৈতে যথাযোগ্য সংকাৰ সহ বিদায় দিব লাগিছিল। সৎকাৰৰ অৰ্থ কাপোৰ, নগদ টকা বা গহনা আদিৰ উপঢৌকন। ইয়াৰ পৰিমাণো কম নাছিল।

মোৰ বিয়াও এই ৰকমেই হৈছিল। পিতা আৰু শহুৰ সমাজৰ গন্যমান্য সম্ভ্ৰান্ত হোৱা হেতুকে গাধন দিব লগা নহৈছিল। কিন্তু আন খৰচ কিছু কিছু বাঢ়িছিল। তাঙৰ আমুহৰ বিয়াত বাৰুদৰ বন কৰৰ দস্তুৰ আছিল। বাৰুদৰ বন মানে হিলৈ, ফুলজাৰি, চক্ৰবান, হাবৈ, ইত্যাদি। আজি কালি বঙ্গালী শব্দ "আতস বাজী" বুলিলে বাৰুদৰ বনৰ অৰ্থ পোৱা যায়। বিয়াৰ এমাহ মান আগতে কাজীৰেৰ হলিবাৰ কঁহাৰ আহি থাহ, কঁল আৰু বগৰী খৰিৰ আঙৰ পুৰি থৈ

গ'ল। তাৰ পাছত আৰু দুইজন সহকাৰীয়ে সৈতে আহি তেওঁ যাৱৰৰ বনত লাগি গ'ল। চক্ৰবালৰ চুকা, কলজাৰিৰ তাৰি, হাঁৰৈৰ খোল ইত্যাদি কৰাৰ ধুম লাগিল। ঘৰ দুৱাৰ ভাল কৰা, মিঠৈ পাণ তামোল প্ৰভৃতি যোগাৰ কৰা মানুহে আমাৰ ঘৰ ভৰি পৰিল। চাৰিওফালে কেৱল "দীয়ডাং তৃমতাং"। ১০।১২ দিন থকাৰ পৰা নাক জিলাপী আদি কৰাৰ আৰম্ভ হ'ল। সান্দহ অ'পতে ঘৰত আৰু বাহিৰত কৰি ভূ'লি ভৰাই থৈছিল। শুনিছো মোৰ বিয়াত হেনো যাঠী পুৰা ধানৰ সান্দহ কৰিছিল। এনেবোৰ আৰম্বৰ দেখি মোৰ ভাল লাগিল। ইয়াৰ পৰিমাণৰ কথা মোৰ জনা নাছিল। এনে আৰম্বৰৰ বাবেই আমাৰ দেশত বিয়াৰ বাবে প্ৰবাদ বাক্য চলিছে "বিয়া নে দিয়া"।

মোৰ বিয়াত পিতাই গতানুগতিক প্ৰথা পৰিত্যাগ কৰি সম্পূৰ্ণ একজোৰা নতুন গহনা আৰু কাপোৰ কৰাইছিল। শোৱালকুছিত আমাৰ শিষ্য আছিল। পিতাই শোৱালকুছি, পলাশবাৰীলৈ শিষ্য ফুৰিবলৈ যাওঁতে পাটৰ কাপোৰও এক-জোৰা যোগাৰ কৰি আনিছিল। এনেকৈ সকলো যোগাৰ পাতি হৈ উঠাত এদিন তেলৰ ভাৰ গ'ল। নলবাৰীৰ পৰা ১০০ খন ভাৰ, ধুলীয়া, নাইম কালীয়া, পাঠক, খাটনীয়াৰ গোসাই ধুওৱা আৰু পুৰোহিত গ'ল। আগৰ বন্দবস্ত মতে, বাটত বনগাঁৱৰ শিষ্যবিলাকেও ঘৰেপতি একোখন ভাৰ লৈ তেলৰ ভাৰৰ লগত যোগ দিলে। বনগাঁৱৰ পৰা ১২০ খন ভাৰ মুঠতে গৈছিল। এনেকৈ এটা বিৰাট শোভাযাত্ৰা গৈ কইনাৰ ঘৰ পালে। মোৰ শহুৰে তেলৰ ভাৰৰ এনে বিৰাট শোভাযাত্ৰা হব বুলি ভবা নাছিল হেনো। সেই কাৰণে হঠাৎ ইমানবোৰ মানুহ গৈ পোৱাত তেওঁলোক বিব্ৰত হৈ

পৰিল। মানুহবিলাকক খুওৱা মিলাত আৰু বহিব দিয়াতো ষোলে ভাল বন্দবস্ত হৈ নুঠিল। সেই কাৰণে আমাৰ মানুহবোৰে বৰ ভাল নাপালে। তেওঁলোকক অপদস্ত কৰাৰ মনেৰে নলবেৰীয়া গোসাঁই এনেকৈ মানুহ আৰু বন্দবস্ত দিয়া বুলি ভাবি কন্যাপক্ষও ক্ষুণ্ণ হৈছিল। ইয়াৰ ফলতে বিয়াৰ দিনা ঘৰ বৰিবৰ সময়ত এটা তৈয়া-মৰা কাণ্ড হৈছিল। তাৰ কথা অলপ পাছত কম। পিতাৰ সুবিবেচনাৰ ফলত এই কাণ্ড হাতাহাতিত পৰিণত নহল।

বিয়াৰ দিনা পুৱাৰ পৰা ঘৰত মানুহৰ ভিৰ হ'ল। পুৱাতে সাত আঠখন গাওঁৰ আইতাসকলে আহি গীত পদ গাই পানী তুলিলে। ধুলীয়া, খুলীয়া, কালীয়াই বজনাৰ হুলস্থূল লগালে। আইতাসকলক তেল-সিন্দুৰ, তামোল-পাণ দি বিদায় দিয়া শেষ নহওঁতেই বিয়ালৈ নিমন্ত্রিত লোকসকল আহিব ধৰিলে। শিষ্যসেৱক সকলেও বস্তু বাব লৈ আহিব ধৰিলে; এওঁলোকক খুওৱা মিলা তাদি আগৰ বন্দবস্ত মতে অইন লোকে খুওৱা মলা কৰিব ধৰিলে।

পিতি এই বিলাকৰ পৰা নিৰ্লিপ্ত থাকি শ্রাদ্ধাদি ক্রিয়া শেষ কৰিলে। তাৰ পাছত আবেলিৰ পৰা বাতি সাত আঠ বজালৈ বিয়ালৈ ইষ্টকুটুম্বসকল দোলাৰে আহিব ধৰিলে। মোৰ বিয়াত মুঠতে দেৰ কুবিখন দোলা হৈছিল। প্রত্যেক দোলাৰ লগতে ১৪।১৫ জনকৈ মানুহ আছিল। তাৰ ভিতৰত জাগাৰৰ তিনি হ আৰু মুখিকোনাৰ তিনিহি একোজন মৰা অহাদি আহিছিল। লগত তুলীয়াৰ বাহিৰেও ধুলীয়া, খুলীয়া, কালীয়া আদি আহিল। জাগাৰাৰ তিনিহিৰ লগত পদগোৱা ভাৱৰীয়াও একোৰা আছিল।

এইবিলাক মানুহ আৰু বিয়ালৈ যোৱা আন মানুহ

লগলাগি প্ৰায় হাজাৰ দেড় হাজাৰ হ'ল। সকলোকে খুৱাই বুৱাই উঠি বৰযাত্ৰা কৰা সময়লৈ ৰাতি মহমান-বা.জল।

বৰৰ দোলা নিয়াৰ বাবেও এটা গণ্ডগোল লাগিল। জাপাৰকুছিৰ শিষ্যবিলাকে আনক দৰা নিব নিদিয়ে আৰু বনগাওঁৰ শিষ্যবিলাকেও আনক নিব নিদিয়ে। পাছত পিতাৰ কথামতে বনগাওঁৰ শিষ্যবিলাকে আনকালে দোলাত ধৰি বৰ নিবলৈ সম্মত হ'ল। এই অনুৰূপে সমদলে বিয়া কৰাবলৈ যাত্ৰা কৰিলো। পিতি এখন দোলাত গ'ল আৰু সৰু গোসাইকো এখন বেলেগ দোলাত নিলে।

তেওঁৰ ভাবৰ দিনা বহুমানুহ গৈ শহুৰক একৰকম অপ্ৰস্তুত অৱস্থাত পেলোৱা বাবে শহুৰৰ পক্ষৰ লোকসকলে তাৰে প্ৰতিশোধ লবৰ মনেৰে কলৰ পুলিৰ গুৰিত দোলা আগুৰিলে; কলৰ পুলিৰ গুৰিৰ পৰা বিয়াৰ খোলালৈ বৰৰ বাহিৰে সকলোকে দোলাৰ পৰা নামি যাবলৈ কলে। আমাৰ পক্ষৰ মানুহে ইয়াত সম্মত নহল। গতিকে দুয়োপক্ষৰে হৈ চৈ লাগি পৰিল।

দুয়োপক্ষৰ ভিতৰত প্ৰায় আঢ়াই হাজাৰ তিনি হাজাৰ মানুহ হব। ইমান বিলাক মানুহৰ গণ্ডোগোল আৰম্ভ হোৱাত মোৰ ভয় লগা নাছিল। মনে মনে আনন্দহে অনুভৱ কৰিছিলো। কন্যাপক্ষৰ মানুহবিলাকে পিতাৰ দোলা খোলালৈ যাব দিবলৈ সম্মত হ'ল। তেওঁলোকে কলে, নলবেৰীয়া অধ্যাপক গোসাই আমাৰ সকলোৰে গুৰু, তেওঁৰ দোলা যাব পাৰে আন দোলা যাব নোৱাৰে। তাৰ পাছত আমাৰ পক্ষৰ কাৰণাৰ দোলা আগুৱাই দিয়া ঠেলা হেচা আৰম্ভ হ'ল। মই বৰ হৈও আমাৰপক্ষৰ মানুহবিলাকক হেচি যাবলৈ উৎসাহিত কৰিবলৈ ধৰিলো। সেই কালত এনে আচৰিত

আচৰণ দেখি সকলো মানুহ অলপ কিংকৰ্ত্তব্য বিমূঢ় হৈ পৰিল। এই অৱসৰতে পিতা নিজেই দোলাৰ পৰা নামি সকলোকে কলে, "মই বেটাৰ বিয়া পাতিবলৈ আহিছো। এনে শুভ কাৰ্য্যত বিঘ্ন ঘটোৱা উচিত নহয়। মই নামি আহিলো। আমাৰ পক্ষৰ সকলো দোলাৰ পৰা নামি আহক" বুলি কৈ পিতাই নিজে খোজ ললে। গতিকে আন সকলেও দোলাৰ পৰা নামি গ'ল। কিন্তু জাগাৰাৰ তিনিহি দোলাৰ পৰা নামি নগৈ বিয়াৰ খোলাৰ বাহিৰতে তেওঁৰ লগত ধুলীয়া, ওজা ইত্যাদিৰে সভা কৰি থাকিল।

এইদৰে এই পৰ্ব্ব শেষ হোৱাৰ পাছত নিয়মিত ৰূপে বিয়া হ'ল। সেই কালত ক পুলিৰ গুৰিৰ পৰা দোলা নিয়া, ছত্র পাৰ কৰা ইত্যাদি কথালৈ বিয়াত প্ৰায়ে কাজিয়া হৈছিল। এই কাজিয়া প্ৰাচীন ৰাক্ষস বিবাহৰ শেষ স্মৃতি চিহ্ন বুলি অনুমান কৰিব পাৰি। এতিয়া বিয়াৰ সেইবিলাক কথা মনত পৰিলে মানুহ যে ক্রমে বল-বীৰ্য-হীন হৈ নিৰ্জ্জীৱ অৱস্থাত পৰিণত হব ধৰিছে মোৰ সেই কথা মনত হয়। এতিয়া মৰা মাৰি নাইকিয়া হ'ল। ই সভ্যতা নে নিৰ্জ্জীৱতা ভাবিবলগীয়া হৈছে।

বিয়াৰ পাছত সকলোকে মান সৎকাৰ কৰি পিতাই বিদায় দিলে। প্ৰত্যেক দোলাৰ ঢুলীয়াবিলাকক বকচিচ হিচাবে টকা দিব লাগিছিল। প্ৰতিখন দোলাত দূৰত্ব আৰু লোক সংখ্যা অনুসৰি তিনি টকাৰ পৰা দহ টকা মান লৈ দিয়াৰ দস্তুৰ আছিল। এই বিলাক আড়ম্বৰ পূৰ্ণ কাৰ্য্যত পিতা কিছু পৰিমাণে ঋণগ্ৰস্ত হৈছিল। মই আগয়ে উল্লেখ কৰা ধৰ্ম্ম পণ্ডিত, কালীবল্লভ আৰু দেহজুৰ কলিতাৰ ধাৰ এই সময়ৰ।

এনে আতৰৰ পূৰ্ণ বিয়াৰ শেষ পৰিণতি যেন্না কোৱাত মাই অতিশয় শোকাভিভূত হৈ পৰিছিল। প্ৰায় শয্যাগত থাকিছিল। প্ৰতি দিনে তিনি চাৰিবাৰকৈ গোসাই ঘৰলৈ গৈ লক্ষ্মীনাৰায়ণৰ সন্মুখত সেৱা কৰি বহু সময়লৈ কান্দি কাটি প্ৰাৰ্থনা জনাইছিল। এনেকৈ প্ৰাৰ্থনাৰ পাছত মাই গোসাই ঘৰৰ পৰা ওলাই আহিলে তেওঁক প্ৰসন্ন দেখা গৈছিল। এই কথা মোৰ এতিয়াও মনত আছে।

[৪]

আমাৰ এনে দুখৰ দিনত আৰু দুখ আহিল। দেশ-ভূমি দুৰ্ভিক্ষ হল। ১৩০৪ চনৰ জেঠ মাহৰ ৪ তাৰিখে প্ৰবল ভূমিকম্প হৈছিল। এই ভূমিকম্পত কামৰূপ জিলাৰ প্ৰাকৃতিক পৰিবৰ্ত্তন বহুতো হল। অনেক নদী-নালা, বিল-খাল মৰিল। অনেক নতুন বিল-খালৰ উদ্ভৱ হল। পথাৰৰ মাটি, সৰ বস্তী, বালিৰে পোত গল। খেতি খোলা নোহোৱা হল। এই ভূমিকম্প বিহাৰৰ ভূমিকম্পতকৈ কোনো অংশে কম নাছিল। কেৱল আমাৰ দেশৰ ঘৰবোৰ বাহ আৰু কাঠৰ খুটাৰ ওপৰত খেৰৰ ছাল দি কৰাৰ বাবে মানুহ কম মৰিছিল। চিলং নগৰ, গুৱাহাটী আদিত পয়মাল হৈছিল। এই ভূমিকম্পৰ ফলত আমাৰ এই অঞ্চলত উপৰি দুই তিনি বছৰ খেতি নোহোৱাত মানুহৰ খাবৰ নোহোৱা হল। চ'ত-বহাগৰ পৰা নিয়মমতে দুৰ্ভিক্ষ হল। কাৰ পৰামৰ্শত কব নোৱাৰো গবৰ্ণমেণ্টে ৰেঙ্গুনৰ পৰা চাউল আনি অলপ অচৰপকৈ মানুহক দি সহায় কৰিলে। এই দুৰ্ভিক্ষতে মই প্ৰথমে ৰেঙ্গুনৰ পৰা অহা বগা চাউল দেখিবলৈ পাওঁ।

আমাৰ গাওঁতো দুইচাৰি ঘৰে চাউলৰ সহায় পালে। চাউল আনিব লাগে তহবিল কাছাৰিৰ পৰা। গছিকে তত্ৰ শ্ৰেণীয়ে চকুৰ আগত চাউল ৰখাও নোৱাৰে অথচ খাবও নাপায়। এনে দুৰ্দিনত ভগৱানৰ আশীৰ্বাদ স্বৰূপে দুই চাৰিজন চাউলৰ বেপাৰী আহি পালে। তেওঁলোকে মানুহক কাঁহ পিতলৰ পৰিবৰ্তে চাউল দিব ধৰিলে। দুইজোখ কাঁহৰ সমান একজোখ চাউল আৰু চাৰিজোখ পিতলৰ সমান একজোখ চাউল। মাই বেপাৰীক কাঁহপিতলৰ বাচন দি চাউল ৰাখে আৰু আমাক ৰান্ধি বাঢ়ি খুৱায়, তেওঁ নিজে লঘোণে থাকে। আমি এই কথাৰ গমকে ধৰিব নোৱাৰো। কেতিয়াবা এদিন দুই দিনৰ পাছত এসাঁজ খায়। পাছত জানিব পাৰিছো মাই এনেকৈ লঘোণে থকাৰ কাৰণ দুটা। প্ৰথম তেওঁ যদি প্ৰতি দিনে ভাত খায় তেনেহলে আমাক খুৱাব নোৱাৰিব। দ্বিতীয় অনেক সময়ত চাউল সংগ্ৰহ কৰিব নোৱাৰা, মাই ৰেঙুনৰ চাউল নাখাইছিল; আমাৰ দেশৰ চাউল দুৰ্লভ আছিল। এনে দুৰ্দিনত আমাক সহায় কৰোঁতা কোনো নাছিল। কেৱল সহায় কৰিলে শনিয়া মুদৈ বুলি এজন মানুহে। তেওঁ ধমধমাত যে কাম কৰি আছিল। সেইকালে কিছু পৰিমানো ধান পোৱা আছিল। তেওঁ তাৰ পৰা ধান আনি ইয়াত বিক্ৰী কৰিবলৈ ধৰিলে। মাই ৰেঙুনৰ চাউল নোখোৱা গম পাই আৰু আমি পয়ছা দিব নোৱাৰা কথা তেওঁ জানিও আমাক বাকীকৈ ধান দিব ধৰিলে। এই ধান পাই আমি স্বৰ্গ চুকি পোৱা যেন পালো। শনিয়া মুদৈ পিতাৰ সৰ অনুগত লোক আছিল আৰু পিতাৰ পৰাই তেওঁ অনেক কথাত সহায় পাইছিল। সেই গুণেই তেওঁ আমাক এনেকৈ সহায় কৰিছিল। শনিয়া মুদৈৰ নিচিনা পিতাৰ পৰা উপকাৰ

পোৱা অনেক লোক আছিল, কিন্তু কোনেও বিপদত আমাক সহায় কৰা নাছিল। ইয়াৰ ব্যতিক্ৰম আছিল মাত্ৰ ৰামচৰণ ভকত। ৰামচৰণ ভকতে তেওঁ জীৱিত থকালৈ পাৰ্য্যমানে আমাক সহায় কৰিছিল। এইবোৰ কাৰণতে হয় পায় এতিয়াও ৰামচৰণ ভকতৰ নাতি পুতিক মই আপোন যেন দেখো। শনিয়া মুদৈৰ পুতেক নাতিয়ে হতকো মই পাৰ্য্যমানে সহায় কৰি আছো।

ইয়াতে আমাৰ দেশৰ মানুহৰ কথা অলপ কৈ এই অধ্যায় শেষ কৰিম। আমাৰ দেশৰ মানুহৰ নিচিনা নিৰ্দ্দয় আৰু অনুভূতি শূণ্যলোক কৰবাত আছেনে নাই কব নোৱাৰো। মানুহৰ এনে দুৰৱস্থা, খাব নাপাই মানুহ মৰে তথাপি যিসকলৰ ভড়ালত ধান জমা আছে তেওঁলোকে কাকো এমুঠি খাবলৈ নিদিছিল। কোনোবাই দিলেও কাঁহ, পিতল, সোণৰ গহনা আদি বস্তু অন্ততঃ চাৰিগুণ মূল্যৰ ৰাখিহে একগুণ ধান দিছিল। বঙ্গদেশৰ ৫০ চনৰ দুৰ্ভিক্ষত মুনাফা-কাৰী সকলৰ ব্যৱহাৰৰ লগত সেই সময়ৰ আমাৰ দেশৰ লোকৰ কোনো তফাৎ নাছিল। মই দুই তিনি দিন লঘোণে মৰৰ পৰা গৈও যাৰ পৰা কি পাব লগা আছিল তাক সাধি পোৱা নাছিলো। অৱশ্যে ইচ্ছা কৰিলে মোক দিব পৰা অৱস্থা তেওঁলোকৰ আছিল।

# ষষ্ঠ পৰ্ব্ব

[১]

দেশৰ অৱস্থা কিছু পৰিমাণে ভাল হ'ল। দুৰ্ভিক্ষৰ

উপশম হ'ল। যেনেকৈ দিনৰ পাছত ৰাতি আৰু ৰাতিৰ পাছত দিন আহে তেনেকৈ চ'ত, বহাগ, জেঠ, আহাৰ এই চাৰিমাহ মানুহৰ কষ্টৰ পাছত শাওনৰ পৰা নতুন আহুধান ওলোৱাত মানুহে পেট ভৰাই খাব পাৰে। ক্ৰমে আগৰ কথা পাহৰি গ'ল — দেশত আকৌ সভা, বিয়া, উৎসৱ আমোদ-প্ৰমোদ আৰম্ভ হ'ল। আমাৰ ঘৰলৈকো সৰু গোসাইৰ বিয়াৰ প্ৰস্তাৱ আহিল। আঠগৰীয়াৰ ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্যৰ পৰা।

হাজোৰ ৺ব্ৰজ্ঞাচৰণ চৌধুৰী গুৱাহাটীৰ কলেজিয়েট হাই-স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট, আছিল। নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্যও হাজোৰ মাধৱ দেৱালয়ৰ দলৈ আছিল। সেই সূত্ৰে দুয়োৰো মাজত বন্ধুত্ব আছিল। গতিকে বিয়াৰ প্ৰস্তাৱ উত্থাপন কৰিলে ব্ৰজ্ঞা-চৰণ চৌধুৰীয়ে। সৰু গোসাই তেতিয়া হাইস্কুলত, বয়সো কম ইত্যাদি কাৰণত আমি অসন্মত হলো। ইয়াৰ উপৰিও পিতি সৰু গোসাইৰ বিয়াৰ বাবে আইন ঠাইত কথা দি থৈছিলে। ইয়াত তাৰেই উল্লেখ কৰিলো। দৰংবাৰ বংশীধৰ বুজৰবৰুৱা নলবাৰীত তহচিলদাৰ আছিল। তেতিয়াৰ দিনত তহচিলদাৰ থৰ ডাঙৰ মানুহ। এতিয়াৰ ডেপুটি কমিচনাৰও তেতিয়াৰ তহচিলদাৰৰ সমান ক্ষমতা বা মৰ্যাদা সম্পন্ন নহয়। বংশী তহচিলদাৰৰ লগত পিতাৰ প্ৰগাঢ় বন্ধুত্ব আছিল। তেওঁলোকৰ লগত পূৰ্ব্বেও আমাৰ বৈবাহিক সম্বন্ধ আছিল। ইত্যাদি কাৰণত তহচিলদাৰে তেওঁৰ একমাত্ৰ ছোৱালীক সৰু গোসাইলৈ বিয়া দিম বুলি সকতে পিতাৰ আগত প্ৰতিশ্ৰুতি দিছিল। পিতাইও বোধকৰো সন্মতি জনাইছিল। সেই কথা সকলোৱে অলপ অচৰপ জানিছিল। সৰু গোসাইও নজনা নাছিল।

হৰিৰাম দাস বি, এল উকিলৰ ঘৰ নাৰাপাৰা গাৰ্ভত। নাৰাপাৰা আৰু ধতমা ওচৰা ওচৰি গাওঁ। তহচিলদাৰৰ

লগত হলিৰাবুৰ পিতাকৰ বৰ বন্ধুত্ব আছিল। গতিকে আমাৰ কথা তেওঁ কিছু জানিছিল আৰু সেই সূত্ৰে হলিবাবুৱেও জনা সম্ভৱ আছিল। হলিবাবুক আমি হলিবাবু বুলি মতাৰ কাৰণ মই কব পাৰিবিছিলো। হলিবাবু নলবাৰী মাইনৰ স্কুলত মোৰ লগত একে লগে একে শ্ৰেণীতে পঢ়িছিল। তেওঁ আহিছিল পাঠশালাৰ পৰা বৃত্তিলৈ। আছিল বংশী তহচিলদাৰৰ বাহাতে। বৰ চোকাবুদ্ধিৰ গা পাতল, শুৱনি লৰা আছিল তেওঁ। স্কুলত হোৱাটোলৈ গৈ সৰু গোসাইবো সহধ্যায়ী হ'ল। অৱশ্যে তেওঁ বয়সত ডাঙৰ আৰু ওপৰৰ শ্ৰেণীত পঢ়িছিল। হলিবাবুৰ লগত আমাৰ প্ৰগাঢ় বন্ধুত্ব আছিল আৰু এতিয়াও আছে। গতিকে সৰু গোসাই হলিবাবুৰ ঘৰলৈ গৈ দত্তৰাত বংশী তহচিলদাৰৰ ছোৱালী চাই আহিছিল। তেওঁ মনে মনে পছন্দ কৰিছিল। এই কথাৰ ভূ মই পাওঁ। নাৰায়ণ দলৈৰ প্ৰস্তাৱত অসম্মত হোৱাটো ইও এটা কাৰণ আছিল।

ছোৱালীজনীক বিয়া দিয়াৰ আগতে বংশী তহচিলদাৰ ঢুকাল। তেওঁ নলবাৰীৰ পৰা হাজোলৈ বদলি হৈছিল। হাজোত হঠাতে কিবা অসুখ হৈ মৰিল। চিকিৎসাৰও সুযোগ নহল। তেওঁৰ ভায়েক ৺মহীধৰ বুজৰবৰুৱা বিষয়ী লোক। বংশী তহচিলদাৰৰ লৰা নথকাত তেওঁৰ সম্পত্তিৰ অধিকাৰ একৰকম ছোৱালীয়ে হ'ল আৰু তেওঁৰ বিয়াৰ পাছত দৌহিত্ৰবিলাকে অৰ্থাৎ ছোৱালীজনীৰ সন্তানবিলাক সম্পত্তিৰ উত্তৰাধিকাৰী হব। এইচিন্তাই তেওঁক বৰকৈ পালে। গতিকে ছোৱালীজনী য'তে ত'তে নিদি, য'ত দিলে সম্পত্তি বিষয়ে কোনো ভয় নাথাকে তেনে বৰ বিচাৰিবলৈ ধৰিলে। বংশীতহচিলদাৰৰ প্ৰতিশ্ৰুতি ভঙ্গ কৰি মহীধৰ বুজৰ বৰুৱাই,

এলেঙ্গীদলৰ প্ৰসিদ্ধ কবিৰাজ বৈকুণ্ঠ চৌধুৰীৰ ভায়েক ৺ৰাজা ৰাম চৌধুৰীলৈ ছোৱালীজনী দিলে। বৈকুণ্ঠ চৌধুৰী আৰু মহীধৰ বুজৰবৰুৱাৰ ভিতৰত আত্মীয়তা আছিল। সেইবাবেই মহীধৰে তেওঁলোকক বিশ্বাসও কৰিছিল।

নাৰায়ণ চন্দ্ৰ দলে তেওঁৰ প্ৰথমা ছোৱালীজনী সঁক গোসাঁইলৈ দিব নোৱাৰি আমাৰ পেহীৰ পুতেক আজাৰাৰ ৰামানন্দ ভট্টাচাৰ্য্যলৈ বিয়া দিলে। মই খব ভাল পালো। কাৰণ ৰামানন্দ ভট্টাচাৰ্য্যৰ লগত সৰুৰে পৰা আমি দুই ভাই একেলগে ডাঙৰ দীঘল হৈছো। একে ঘৰতে আছো। একেলগে পঢ়িছো। একেলগে ৰং ধেমালি কৰিছো। সুখে-দুখে, সম্পদে-বিপদে এতিয়ালৈ একে সহোদৰ ভাইৰ নিচিনা আছো। তেওঁ পেহীৰ পুতেক আৰু আমি মোমায়েকৰ পুতেক এই ভাব তেতিয়াও নাছিল আৰু এতিয়াও নাই। তেওঁৰ পিতাকৰ সৰুতে ঢুকোৱাত আমাৰ পিতাই তেওঁলোকৰ মাটি বাৰী চলাই, আন নানা প্ৰকাৰেও পিতাক থকাৰ নিচিনা কৰি গৃহস্থীখন চলাইছিল। ৰামানন্দৰ চুড়াকৰণ, উপনয়ন আদিও পিতাই নিজে কৰিছিল। কিন্তু দুখৰ কথা তেওঁৰ বিয়া পিতাই দেখা নাপালে। ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰো যেন মোৰ লৰা আৰু ৰামানন্দৰ লৰাৰ ভিতৰতো আমাৰ নিচিনা সম্ভাৱ বৰ্ত্তমান থাকে।

নাৰায়ণ দলৈ এৰি দিয়া লোক নাছিল। তেওঁ প্ৰথম ছোৱালী দিব নোৱাৰি দ্বিতীয় জনীৰ প্ৰস্তাৱ লৈ আকৌ উপস্থিত হল। এইবাৰৰ প্ৰস্তাৱত মাই আপত্তি কৰিলে। মোৰ তেতিয়া প্ৰথমা পত্নীৰ মৃত্যু হৈছে। এই চেলু লৈ মাই কলে যে এতিয়া আকৌ ডাঙৰ চলিটোক বিয়া কৰাব লগা হল। তাৰ বিয়া নোহোৱাকৈ মই সৰুটোৰ বিয়া পাতিবলৈ

মন নাই।

আমাৰ বিধবা পেহী চন্দ্ৰ কান্তি দেৱীৰ মান আৰু স্বভাৱৰ কথা আগতে উল্লেখ কৰিছো। এওঁক আঠঘৰীয়াত বিয়া দিছিল। বাল বিধবা। বিয়াৰ পাছত বোধকৰো কোনো কালতে আঠঘৰীয়া দেখা নাই; অন্ততঃ মই জনাত দেখা নাই। এওঁৰ লগত দলৈ সম্বন্ধ পাতিলে। যো বুলি মাজে আৰু কথা বাৰ্ত্তা কয়। দলৈ বৰ কথকী মানুহ আছিল। তেওঁ নানা প্ৰকাৰ কথা বাৰ্ত্তা কৈ পেহীক সন্মত কৰালে। বাকী থাকিল মামা। তেওঁ সাধু মানুহ আছিল। কেনেকৈ আমাৰ ভাল হয় এই কথাকে ভাবিছিল। ভবিষ্যতে সৰু গোসাইৰ পঢ়া শুনাত সুবিধা হব ইত্যাদি ভাবৰ কথা কৈ মামাক সন্মত কৰা তেওঁৰ পক্ষে সহজ হ'ল। গতিকে সৰু গোসাইৰ বিয়াৰ ঠিক হলেই। মাইক কলে, আপুনি কোনো ভয় নকৰিব; মই ডাঙৰ বাপাৰ বিয়াও পাতি দিম। আপুনি চাই থাকক ভগৱন্তৰ কৃপাত সকলো ভাল হব ইত্যাদি। বিয়াৰ সকলো কথা স্থিৰ হ'ল। কেৱল বিয়াৰ দিন কাৰযলৈ বাকী থাকিল। কুঠী পত্ৰ দলৈয়ে চালে। আমাৰ শিষ্য মামুতোলা গাৱৰ ছাঞ্চাৰাম মণ্ডলো দলৈৰ আত্মীয় লোক আৰু আমাৰো প্ৰায় অভিভাৱকৰ নিচিনা আছিল। দলৈয়ে তেওঁকে বিয়াৰ ঘটক পাতিলে। আমাৰ পক্ষৰ পৰা পুৰোহিত আৰু ছাঞ্চাৰাম মণ্ডলে গৈ ছোৱালী চাই আহিল। মই পাহৰিছো সম্ভৱতঃ আঙুঠিও পিন্ধাইছিল।

[২]

মই যেতিয়াৰ কথা কব ধৰিছো তেতিয়া ভাল বংশৰ

বামুণেও আপীব গা-ধন লৈছিল। গা-ধনব পৰিমাণে পাচশ মানব পৰা এঘাৰ শ-বাৰ শ টকা পৰ্য্যন্ত আছিল। এই প্ৰথা থকাৰ কাৰণে ব্ৰাহ্মণ সমাজ বৰ দুকলা হৈছিল। আৰু এই কন্যাপণ প্ৰথাৰ কাৰণেই অনেক বামুণে উপযুক্ত সময়ত বিয়া কৰাব নোৱাৰিছিল। কোনো প্ৰকাৰে ধিলাত আদি কৰি বিয়াৰ কাৰণে টকা সংগ্ৰহ কৰোতে সৰহ ৰবৰে ৪০।৪৫ বছৰৰ বয়স হৈছিল। অনেকৰ ভাবো বেছি হোৱা দেখা হৈছিল। মাজ বয়সত বঙাল খাটি টকাৰ জোৰত অৰ্থলোভী কন্যাৰ পিতাকক অৰ্থৰ দ্বাৰা বশীভূত কৰ সাত আঠ বছৰৰ ছোৱালী বিয়া কৰাইছিল। তেনেকুৱা বিয়াৰ কইনাবিলাক প্ৰায় ডেকা বয়সতে বিধবা হৈছিল আৰু এই কাৰণেই সমাজত ব্যভিচাৰ বৃদ্ধি পাইছিল। এইবিলাক দোষৰ কথা ভালকৈ বুজিব পাৰি পৰবৰ্ত্তী কালত কন্যাপণ নিবাৰণৰ বাবে মই সৰ্ব্বশক্তি প্ৰয়োগ কৰিছিলো। সেই কথা পাছত কম।

দুই চাৰি-ঘৰ আভিজাত্য থকা সঙ্গতি সম্পন্নলোকে আপীৰ গাধন নললেও ৰৰপক্ষৰ পৰা কইনাৰ গহনা, কাপোৰ, আন আন ইষ্ট-মিত্ৰৰ সৎকাৰ, দান দক্ষিনা, কন্যাৰ লগত অহা মানুহৰ যৌতুক প্ৰভৃতিৰ তালিকা দি আদায় কৰিছিল। ইও গা-ধনতকৈ কম নাছিল। গতিকে সেই সময়ত বিয়া কৰোৱা অতি কঠিন সমস্যা হৈ পৰিছিল। সক গোঁসাইৰ বিয়াত দলৈ এই প্ৰথা ভঙ্গ কৰি আমাক কলে যে তেওঁক তেলৰ ভাৰ, গহনা বা আন কোন বস্তু দিব নালাগে। ইচ্ছামতে যি দিয়ে সেয়ে হব। তথাপি আমি বিয়াত তেলৰ ভাৰ, কাপোৰ আৰু সামান্য গহণা পত্ৰ দিলো। নিদিলেও হলহেঁতেন। পাছে আমাৰো সন্মান হানি হোৱাৰ আৰু অতি-

জাত্য নষ্ট হোৱাৰ ভাবৰ বাবে সামান্য হলেও যোগৰূপে আমি কিছু দিলো।

এই বিয়াত কন্যাপক্ষক একো দিব নালাগিলেও আমাৰ সাতশ টকা খৰচ হ'ল। শিষ্য আদিৰ পৰাও অনেক বস্তু বাৰ পোৱা হৈছিল। এই টকা আধামান গ'ল মানুহক খুওৱা-ধুওৱা ইত্যাদিত। আধামান গ'ল যৌতুক, ইষ্টকুটুমা আনা-নিয়া, দিয়া-থোৱা আৰু উৎসৱ আমোদত। অলপ অচৰপ বাখৰৰ বনও কৰা হৈছিল। বাখৰৰ বন অৰ্থাৎ "আতস বাজী"।

এই টকা সংগ্ৰহ কৰিব লগা হল কিছু মাটি বন্ধক থৈ আৰু কিছু অইন উপায়ে। আমাৰ দুৱাৰ মুখৰ ভাল মাটি ৪ পুৰা শ্ৰীৰাম সোনাৰীৰ তাত বন্ধক থৈ আনিলো ২০০ টকাত আৰু অইন উপায়ে অনা হল পাচশ, মুঠ সাতশ টকা হল।

সৰু গোঁসাইৰ বিয়া আড়ম্বৰে হৈ গ'ল। মানুহ দুমুহৰ থোৱা লোৱা মোৰ আগৰ বিয়াৰ নিচিনা নহলেও নলবেৰীয়া গোঁসাই ঘৰৰ অযোগ্য নহল।

সৰু গোসাইৰ বিয়াৰ সমস্ত বন্দোবস্ত মষে কৰিব লগা হৈছিল। তিন, তিন, মানুহৰ দ্বাৰাই তিন, তিন, কাম কৰাই সুশৃঙ্খল ৰূপে বিয়াখন সমাধা কৰিব পাৰিলো। গতিকে সুচাৰুৰূপে কাম কৰাৰ পৰা বাবে সকলোৰে মনত মই প্ৰশংসাৰ পাত্ৰ হলো আৰু ডাঙৰ কাৰ্য্য চলোৱাৰ অভিজ্ঞতাও মোৰ কিছু হল। অৱশ্যে এতিয়াৰ তুলনাত সাতশ টকা খৰচ কৰি কৰা কাম বিশেষ একো নহয়, তেতিয়া সেয়ে ডাঙৰ আছিল। থাক, আৰু আত্ম প্ৰশংসাৰ আৱশ্যক নাই।

(৩)

ভাল মাটিখিনি আকৌ বন্ধকত সোমোৱাত খোৱা ধানৰ কষ্ট হল। পুব বনভাগ মৌজাত পিতাক দান কৰি দিয়া পাচ পুৰা মাটি আছিল। পিতাৰ দিনত মানুহে খাজানাদি খাইছিল। মই সেই মাটি আধিত লগালো। তাৰ পৰাও কিছু ধান পালো। আৰু শিষ্যৰ পৰাও কিছু কিছু আনি খোৱাৰ বন্দোবস্ত কৰা হল। মাজে সময়ে কিনিব লগাও হল। এনে অৱস্থাতে আকৌ মোৰ দ্বিতীয় বাৰৰ বিয়াআহি পৰিল।

সত্ৰ গোঁসাই নিয়াৰ সময়তে তেওঁৰ শহুৰেক নাৰায়ণ দলৈ মোৰ বিয়াও স্থিৰ কৰি দিয়াৰ প্ৰতিশ্ৰুতি দিছিল। সেই অনুসাৰে তেওঁ মোৰ বাবে কন্যা স্থিৰ কৰিলে শানে কুছিৰ শম্ভুনাথ ভট্টাচাৰ্যৰ ঘৰত। ৺শম্ভুনাথ ভট্টাচাৰ্যৰ ঘৰ সানেকুছিত হলেও এওঁ বহুদিনৰ পৰা নগাওঁ জিলাৰ ছাপৰ-মুখ অঞ্চলৰ বামুণীজান পাৰত বাস কৰিছিল। সানেকুছি অঞ্চলত এওক সকলোৱে ঠিকাদাৰ বাপু বুলিহে জানে, ডেকা কালত এওঁ গুৱাহাটীৰ ব্ৰজনাথ ফুকন আৰু মুৰিকোণাৰ ৰঘু নাথ চৌধুৰীৰে সৈতে লগলাগি ঠিকাৰ কাম কৰিছিল। আৰু মাজ বয়সত হাতীৰ মহল লৈ হাতী চিকাৰী স্বৰূপে প্ৰসিদ্ধ হৈ উঠিছিল। এই সূত্ৰতে ছাপৰমুখ অঞ্চলত বাস কৰিছিল। এওঁৰ প্ৰথমা পত্নী অৰ্থাৎ মোৰ শাহু আই ঢুকোৱাৰ পাছত নগাওঁৰ কামপুৰৰ ফালে দ্বিতীয় বাৰ বিয়া কৰায়। এই দ্বিতীয় পৰিয়ালৰ তেওঁৰ কোনো সন্তান নাই। মোৰ পত্নী এওঁৰ প্ৰথমা পৰিয়ালৰ শেষৰ সন্তান। মাকৰ মৃত্যু

হোৱাৰ পাছত ১৯০৪ চনৰ ভূমিকম্পৰ ফলত শানেকুছিৰ ঘৰ ছুৱাৰ ফলত বিশেষকৈ শানেকুছিত কোনো থাকোতা নোহোৱাৰ বাবে শেহতীয়া জীয়েকক ছাপৰমুখলৈ নিয়ায় আৰু শেহতীয়া জীয়েক থাক নাই কাৰণে মোৰ পৰিয়ালে পিতাকৰ পৰাই বৰ আদৰ যত্ন পাইছিল। পিতাকে তেওঁক নানা প্ৰকাৰ শিক্ষাও দিছিল। সেই কাৰণে এতিয়াও অতিশয় শুদ্ধাচাৰী, ধৰ্ম্ম পৰায়ণা আৰু সৰলা ৰমণী ৰূপে পৰিচিত হৈছে।

সেই ছোৱালীজনীক বিয়া দিবৰ বাবেই ৺শম্ভুনাথ ভট্টাচাৰ্য্য কামৰূপলৈ বৰ বিচাৰি আহিল। গুৱাকুছিৰ ৺কমলা কান্ত শৰ্মা দলৈক (কনক ডাক্তৰ) একৰকম বৰ স্থিৰ কৰি তেওঁলোকৰ কথা নাৰায়ণ দলৈক সোধাত দলৈয়ে মোৰ কথা কলে; আৰু আমাৰ পিতাৰ কথা কোৱাত আমাৰ পৰিচয়ো পালে।

দলৈয়ে এদিন মোক আঠঘৰীয়ালৈ মাতিলে। মই যোৱাত ৺শম্ভুনাথ ভট্টাচাৰ্য্যও তালৈ আহিল, আৰু তেতিয়াহে মোৰ বিয়াৰ কথা হব বুলি বুজি পালোঁ। যিহক তাৰ পাছত বিয়াৰ কথা-বাৰ্ত্তা ওলাল। শহুৰে মোকে তেওঁৰ জীয়েকৰ উপযুক্ত বৰ বুলি স্থিৰ কৰিলে। আগত মাঘ মাহত বিয়া হবই লাগিব। কুষ্ঠিপত্ৰ চোৱা নহল। কুষ্ঠি পত্ৰ চোৱাৰ কথা ওলোৱাত শহুৰে কলে যে জোৱা আছে। চাবৰ কোনো আৱশ্যক নাই। এনে কৰ থাকোতে মই আনত কন্যা বিয়া নিদিওঁ। মই নানা কথা ভাবি চিন্তি উভতি আহি ঘৰ পালোঁ। ঘৰত এই কথা জানিব পাৰি সকলোৱে আনন্দ হ'ল।

তেতিয়া মঙ্গলবাৰীৰ পৰা গুৱাহাটীলৈ ৰেল হোৱা নাছিল। আমাৰ সেই অঞ্চলৰ মানুহে ৰেল গাড়ী কেনেকুৱা

আজাৰিছিল। কলিকতালৈ যাব লাগিলে গুৱাহাটীৰ পৰা আহাজেৰে গৈ ধুবুৰীত ৰেলত উঠিব লাগিছিল। গতিকে নগাঁও অসাপমুখক যোৱা এটা সমস্যা হ'ল। কোনে কেনেকৈ ছোৱালী চাব যাব। তিৰোতাবিলাকে আৰু শুনিহেও পাছত কোৱাকিলা কৰিব ধৰিলে—উজানৰ মানুহ যোৱা আপী বিয়া কৰাই সকলোৰে জাতি ধৰংশ কৰিব ওলাল ইত্যাদি।

মদনমোহন লখোৱা গাৱঁৰ প্ৰসিদ্ধ কৃষ্ণ মিশ্ৰৰ বংশধৰসকল আমাৰ কুল পুৰোহিত। এওঁলোকে সুন্দৰ আখৰেৰে সংস্কৃত পুথি নিৰ্ভুল ভাবে লিখিব পাৰাৰ কাৰণে ৰজাৰ পৰা লেখক উপাধি পাইছিল। লেখক উপাধি পোৱাৰ পৰা এতিয়া আমাৰ সমাজত এওঁলোক লেখকৰ ঘৰ বুলি জনাজাত। এওঁলোক শুদ্ধাচাৰী, শাস্ত্ৰজ্ঞ আৰু কৰ্মকাণ্ডত নিপুণ। আজিও আমাৰ এই অঞ্চলত এওঁলোক প্ৰসিদ্ধ পুৰোহিত। প্ৰায়বিলাক গোসাঁই, বামুণ এওঁলোকৰ যজমান।

এওঁলোকৰ বংশৰে ৰঘু পুৰোহিত আৰু জগন্নাথ পুৰোহিত দুই ককাই-ভাই আমাৰ বৰ হিতৈষী আছিল। বিশেষতঃ জগন্নাথ পুৰোহিতে আমাৰ পিতৃৰ প্ৰেতশ্ৰাদ্ধাদি ক্ৰিয়া কৰা বাবে তেওঁৰ লগত আমাৰ ঘনিষ্ঠতা আৰু বাঢ়িছিল। এই আদহীয়া জগন্নাথ পুৰোহিতে অসাপমুখলৈ গৈ কন্যা চাই আহিবলৈ উপযাচি নিজে প্ৰস্তাৱ কৰিলে। আমি সকলো আনন্দিত হলো। তেতিয়া লামডিংৰ পৰা গুৱাহাটীলৈ ৰেলৰ লাইন হৈছে। জগন্নাথ পুৰোহিত গুৱাহাটীৰ পৰা ৰেলেৰে গৈ কন্যা চাই ঘূৰি আহিল। তেওঁ আহি কলে যে কন্যা বৰ সুন্দৰী আৰু সুলক্ষণা। অৱশ্যে দুটি চকুৰ হলেও পাৰ বাৰু অতি উৎকৃষ্ট। নলবাৰীত আৰু এনে কইনা অহা নাই। গতিকে বিয়াৰ সকলো যোগা দুৰ

হ'ল। চিঠি পত্র লিখি বিয়াৰ দিন কৰিবলৈ দলৈক অনু-মোদ বা অনুমতি দিয়া হ'ল। কোনোৰ আৱশ্যক নকৰে যে কইনা, মানুহ নোহোৱা আপী এই কথা পেহী আৰু আবুক প্ৰত্যয় কৰাবৰ বাবে জগন্নাথ পুৰোহিতে ৰীতি মতে ওকালতি কৰিব লাগিছিল।

সেই কালৰ ভাল পুৰোহিত কেনে আছিল এই কথা আজিৰ কালত জানিবৰ কাৰণে এই প্ৰসঙ্গতে জগন্নাথ পুৰো-হিতৰ কথা অলপ কম। এই পুথি যিয়ে পঢ়ে, তেওঁ জগ-ন্নাথ পুৰোহিতৰ কথা পঢ়ি পেয়া নেপাব।

জগন্নাথ পুৰোহিত গৌড়বৰ্ণৰ ডাঙৰ দীঘল লোক আছিল। মুৰত পাহ বথা চুলি, দেখিবলৈ শুৱনি, আচল আৰ্য্য লোকৰ চেহেৰা। স্বভাৱ অতি সৰল। নিৰ্ম্মল মন। সকলোৱে ভাল হলে ভালপোৱা সদানন্দময় পুৰুষ। যজমা-নক ঘৰলৈ আহিলে যজমানে ঋষি মুনি অহা বুলি ভাবে। লোভ মোহ বিপুৰ পৰা তেওঁ সদায় আতঁৰত আছিল। যজমানে শক্তি অনুসাৰে যি দিব পাৰে তাকেই সমস্ত কৃত্য শাস্ত্ৰ অনুসাৰে সম্পন্ন কৰিছিল। তেওঁ যজমানক সদায় কৈছিল বোলে মোক বেছি দিব নালাগে; ভগবন্ত পুৰুষে তোমালোকক ভালে ৰাখক। আজি নহলেও কালি ভাল হব। তইঁত মোৰ বাবমহীয়া।

সমস্ত দশ কৰ্ম্মৰ মন্ত্ৰ, বিয়া পৰ্য্যন্ত নিৰ্ভুল ভ ৰে মুখতে আছিল। গ্ৰহযাগৰ মন্ত্ৰ, বিষ্ণু সহস্ৰ নাম প্ৰভৃতি তেওঁৰ মুখতে আছিল। কোন কাৰ্য্যতে পুথিৰ অৰ্থাৎ বিধিৰ ব্যৱহাৰ নকৰিছিল। বিধিখন লগত থাকে মাত্ৰ। সেই কাৰণে অনেকে তেওঁক পঢ়িব নজনা বুলি কৈছিল। কিন্তু কোনো বিষয়ে তৰ্ক-বিতৰ্ক হলে, তেওঁৰ লগত থকা বিধিৰ কোন পৃষ্ঠাৰ কোন

শাবীত কি বচন আছে তাকো কব পাবিছিল। তেওঁ প্রতিজ্ঞাব আছিল।

আজিব পৰা চল্লিশ বছৰ আগেয়ে মাধৱ মাহত মোৰ বিয়াৰ দিন স্থিব হ'ল। তাৰিখ আজি মনত নাই। আগৰ জনৰ যি গহনা পাতি আছিল, তাকে ভাঙি নতুন গহনা গঢ়োৱা হ'ল। আমাৰ ইয়াত ভেজিয়া ভাল স্বর্ণকাৰ নথকাত সমস্ত গহনা ঢাকাৰ আনিতা স্বর্ণকাৰৰ যাবাই কৰোৱা হ'ল। এই কাম ৺ব্রজাচৰণ চৌধুৰীয়ে কৰাই আনিলে। গহনা, কাপোৰ আৰু কিছু চাউল পাতি লৈ ছয়জন লোকেৰে সৈতে জগন্নাথ পুৰোহিত ১০ দিন আগতে গ'ল। কন্যা পক্ষই উজনিৰ নিয়মমতে সাত দিনীয়াকৈ বিয়া পাতিছিল। তাৰ আগেয়ে তেলৰ ভাৰ দিব লগা হোৱাত তেওঁলোক ইমান আগেয়ে যাব লগা হ'ল। লগত যোৱা মানুহ কেইজন আমাৰ ভকত আৰু ঘৰুৱাৰ ভিতৰত আছিল। তেওঁলোকৰ নাম ইয়াত উল্লেখ কৰিলো ; (১) কান্তিৰাম গাওঁবুঢ়া (২) হাঁহিৰাম (৩) ধণীৰাম (৪) ভেল্লাৰাম (৫) বকৰাৰ মাক (৬) হৰিমলৰ মাক।

বিয়ালৈ পাচ দিন থাকোতে ৺নাৰায়ণ চন্দ্র দলৈ, মই, গুৱাহাটীৰ পৰা চন্দ্র গোস্বামী আৰু দলৈৰ লগত এজন চাকৰ এই চাৰিজন গলো। মোক ছাপৰমুখ ষ্টেচনৰ পৰা ঢুলীয়া কালীয়া আনি পঠাই দোলাৰে লোভা যাত্রা কৰি লৈ গ'ল। চন্দ্র কান্ত গোস্বামী বাটতে বেলত উঠিব নোৱাৰি জাগীৰোড ষ্টেচনত বৈ গ'ল। পাছদিনা পুৱাহে তেওঁ গৈ পালে। তেওঁক নিবলৈ ষ্টেচনলৈ আমাৰ মানুহ আছিল। কিবা এটা পৰীক্ষা দিবাৰ বাবে সকলো গোসাই যাব নোৱাৰিলে। তেওঁ বিয়াৰ দিনা পুৱাহে গুৱাহাটীৰ পৰা গধুলী বিয়াত যোগ

দিছিল।

চন্দ্ৰকান্ত গোস্বামী বিহামপুৰ সত্ৰৰ, নলবাৰী স্কুলত পঢ়িছিল। তেতিয়াৰে পৰা মোৰ লগত বন্ধু। বয়সত প্ৰায় সমান। তেওঁৰ আৰু মোৰ উপনয়ন একেদিনাই হৈছিল। সেই বন্ধুত্ব এতিয়াও অটুট হৈ আছে। চন্দ্ৰকান্ত গোস্বামী এতিয়া পলাশবাৰী হাইস্কুলত শিক্ষকতা কৰি আছে।

এতিয়া কব লাজ নালাগে; তেতিয়া হলে লাজ লাগিছিল মই ছাপৰমুখ ষ্টেচন পোৱাৰ পৰাই কইনা চাবলৈ বৰ উত্ৰাৱল হলো। কেনেকৈ কি উপায়ে বিয়াৰ আগতে কইনা চাব পাৰো ভাবি কুল নোপোৱা হলো। অজানা নতুন ঠাই কাঁকো ক'বো উপায় নাই। মোৰ দিন নোযোৱা বাস্তি সুপুওৱা হল। মই বাহিৰ চোতালত চৰা ঘৰত আৰু কইনা ভিতৰ চোতালৰ থকা ঘৰত। ব্যৱধান মাজৰ ঘৰটো মাত্ৰ সুবুলি চৰা ঘৰৰ বেৰখনহে বুলি কব পাৰি। তথাপি কোনো উপায় নাই। অধিকাংশ সময় বেৰৰ জোলোঙাৰে ভিতৰলৈ চাই থাকো। মানুহে কিবা ভাবিব বুলি মানুহৰ গম পোৱা মাত্ৰে চকু ঘুৰাই আনপিনে চাও। যি হক, শহুৰৰ মনত ভগৱন্তই সুবুদ্ধি দিলে। বিয়াৰ আগেয়ে যবে কইনা চোৱাৰ দস্তুৰ সেই সময়ত নাছিল যদিও শহুৰে আমি গৈ পোৱাৰ পাছদিনা পুৱা ১০ মান বজাত বৰক সেৱা কৰাবৰ বাবে কইনা লৈ আহিল; মই পাতৰ ওৰণীৰ ভিতৰেদি কইনাৰ হাতৰ আৰু ভৰিৰ আঙুলী দেখি পৰিতৃপ্ত হলো।

যথা নিয়ম আৰু তথা শাস্ত্ৰমতে বিয়া হৈ গ'ল। কব লগীয়া একো নাই। আঠাদে, গোটাগুৰ, মাছ-মঙহ আদি খাই বৰ পক্ষৰ আৰু কইনা পক্ষৰ লোক সকল তৃপ্ত হ'ল। বিয়াৰ পাছ দিনা কইনা লৈ আহিবৰ পাৰ। কইনা [illegible]

লৈ নিয়া কথাটো কইনাৰ সতীয়া আৰু মেকৰ লগত দলৈৰ আৰু জগন্নাথ পুৰোহিতৰ কিছু কথা কটা-কাটি হল দেশ ৰক্ষৰ আদি লৈ। মই নিৰ্বিকাৰ সাংখ্যৰ পুৰুষ। বিয়া যেতিয়া হল কইনা মই পামেই, আনে যেয়ে যি কৰে কৰক। শঙ্কৰ ভোলানাথ পুৰুষ। তেওঁ নিজে সিদ্ধান্ত কৰিলে। কইনা লৈ যাব আগে। ধৰত মানুহেক আছে। আন আন বন্ধু বান্ধব, শিষ্য-প্ৰশিষ্য আছে। পাছত আহিব দিয়ে আহিব নিদিয়ে নাহিব। তেওঁলোকে বাধিব। তাত আমাৰ কি কথা আছে। এই সিদ্ধান্তৰ পাছত সকলোৰে মুখ মৰিল। কই নাৰ লগত মোৰ বৰগিৰী বসন্ত কুমাৰ ভট্টাচাৰ্য্য আহিল। তেওঁৰো তেতিয়া বিয়া আদি হোৱা নাছিল। আমি সকলো বেলেৰে আহি গুৱাহাটী পালো।

গুৱাহাটীৰ পানবজাৰত দলৈৰ এটা নিজাঘৰ আছিল। আমি সকলো তাত উঠিলো। পাছদিনা ভাতপানী খাই লগৰ মানুহ ৪ জন আৰু বসন্ত ভট্টচাৰ্য্য খোজ কাঢ়ি নলবাৰীলৈ আহিল। তিৰোতা দুইজনী, কইনা, দলৈ আৰু মই গুৱাহাটীত থাকিলো।

তেতিয়া নলবাৰীলৈ আহিব পৰা যান বাহনৰ ভিতৰত আছিল নাওঁ বা গৰুৰ গাড়ী। নাওঁত আহিব লাগিলে ৭।৮ দিন মান লাগে আৰু নাওঁখন ভাৰা কৰাও আৰ্থিক কালৰ পৰা সহজসাধ্য নহয়। গতিকে গৰুৰ গাড়ী ঠিক কৰাকে স্থিৰ কৰিলো। এতিয়া মানুহৰ হাতী বা মটৰ গাড়ী থকা যেনে মৰ্য্যাদাৰ কথা তেতিয়া গৰুৰ গাড়ী থকাও তেনে মৰ্য্যাদাৰ কথা আছিল। জাপাৰকুছি গাওঁৰ অনিৰুদ্ধ পাঠকৰ এখন গৰু-গাড়ী আছিল। তেওঁ গুৱাহাটীলৈ মাল লৈ গৈছিল। সেই গাড়ীতে আমি নলবাৰীলৈ আহিলো। অনিৰুদ্ধ পাঠক আমাৰ

শিশ্য আছিল। সেই যুগে তেওঁ গুৱাহাটীৰ পৰা খাল মাৰি আমাকে লৈ আহিল। আমি মানে কইনা; তিৰোতা দুইজনী আৰু মই। পাছ ৰাতি পাৰতে গাড়ীত উঠি পুৱাবেলা পুঠিমাৰী ঘাট পালোঁ।

অনিৰুদ্ধ পাঠকে কাপোৰ কানি তুলি ঘৰ কৰি দিলে আৰু ভাত ৰন্ধাৰো যোগাৰ পাতি কৰিলে। মই ভাত ৰান্ধিলোঁ। সকলোৰে খোৱা হল। কইনাই নাম মাত্ৰ খালে; এয়াই আমাৰ ঘৰ কইনাৰ পাতত ভাত দিয়াৰ ভোজ হল। গোটেই দিনটো বিশ্ৰামৰ পাছত সন্ধিয়া বেলা গাড়ীত উঠিলোঁ। এই এক ৰাতি একদিন কইনাই কাৰো লগত কথা বতৰা নকলে। মই আৰু আনে কিবা কব খুজিলেও নামাতে। সম্ভৱতঃ লগৰ তিৰী দুজনীৰ লগত আৱশ্যকীয় অলপ কথা বতৰা হৈছিল। পাছদিনা পুৱাবেলা আমি আহি ঘৰ পালোঁ। আগতে অহা মানুহবিলাকৰ মুখতে আমি কইনা লৈ আহিব ধবাৰ খবৰ পাইছিল। পণ্ডিতে ঘৰ কইনাৰ আদৰ অভ্যৰ্থনাৰ অভাৱ নহল। শীতে জোকাৰে ঘৰ কইনা বৰি নিলে। আগ চাউল লোৱা হল। মাই, পেহী আদিয়ে অনিৰুদ্ধ পাঠকক আদৰ সাদৰ কৰি কানি কাপোৰ দি বিদায় দিলে। তেওঁৰে কেন কন্যা পক্ষৰ কইনাটৈ অহা লোক।

সিদিনাৰ পৰা প্ৰায় একমাহ মানলৈ উজনীয়া কইনা চোৱাৰ ধুম লাগিল। পুৱাৰ পৰা সন্ধিয়ালৈ কইনা চোৱা মানুহ। এই মানুহ বিলাকৰ ভিতৰত অনেকে কৌতুহলৰ বশহৈও আহে আৰু অনেকে খুট বিচাৰিও আহে।

আমাৰ আত্মীয় স্বজনে অৰ্থাৎ পেহীয়ে কইনা সল-ঠোৱাৰ স্থিৰ কৰিলে। তেওঁলোকৰ ভয় এইবাৰ কইনা নিলে পাছ বিয়া দিবলৈ কইনা লৈ নাহিব। উজনীৰ নিয়মমতে

মই গৈ তাতে পাছ বিয়া কথাই জানিব লাগিব আৰু কইনাই আমাৰ দেশৰ নীতি নিয়ম, কাজ-কাম শিকিব নোৱাৰিব ইত্যাদি। কোনেও কইনাৰ মানসিক অৱস্থাৰ কথা নাভাবিলে। মোৰ শহুৰৰ উদাৰ হৃদয়, সাধুচৰিত্ৰ, মহৎ ভাব ইত্যাদিৰ কথাও কোনেও বিবেচনা নকৰিলে। অগত্যা কইনাৰ দদায়েক বসন্ত ভট্টাচাৰ্য্য অকলে চাৰে আঠ দিন থাকি ফিৰিল। শহুৰে কইনা নপঠোৱাৰ কথা শুনি একো নকলে। বৰং চিঠি লিখিলে- কইনা বখাই বেয়া হোৱা নাই। মাক নোহোৱা ছোৱালী তাতেই শিকাই বুজাই তেওঁলোকৰ উপযোগী কৰি বাখিব পাৰিব। ছোৱালীৰো ভবিষ্যত মঙ্গল হব আৰু আমাকো কোনেও দোষ দিব নোৱাৰিব।

কইনাক চন্দ্ৰ কান্তি পেহীয়ে আত্মসাৎ কৰি ললে। পেহীৰ লগতে থাকে, পেহীৰ লগতে শুৱে আৰু তেওঁৰ লগতে বোৱা-কটা কৰে আৰু আন গৃহস্থীৰ কাম শিকে। মোৰ লগত দেখা সাক্ষাৎ বা মাতবোল একো নাই। অথচ একে ঘৰবে এটা কোঠাত কইনা, আন এটা কোঠাত মই থাকো। মাজে মাজে মই কইনাৰ লগত কথা কব বা তেওঁৰ লগত দেখা কৰিবৰ বাবে উত্ৰাৱল হৈ পৰোঁ; কিন্তু কোনো উপায় নাই। কইনাৰ ফালৰ পৰাও কোনো ইংগিত বা চেষ্টা নাই। আন একো কৰিব নোৱাৰি মিছাতে খং তুলি কলহ-টেকেলী ভাঙো।

এনেকৈ কেইবা মাহো গ'ল। পাছৰ ভাদ মাহত শান্তি হল। কিন্তু তেতিয়াও পাছ বিয়া হোৱাৰ আগতে মই কইনাক দেখা পোৱাৰ কোনো উপায় নাই। লুকাই চুৰকৈ মাতিবলৈও কোনো ফিহা কৰিব নোৱাৰো। শেষত এদিন সুযোগ উপস্থিত হল। কিবা এটা পৰ্ব্ব উপলক্ষে ৰাতি সত্ৰৰ মামৰকত তিৰোতা

সকলৰ মাজ আছিল। তাত আমাৰ সকলো গল। ঘৰত থাকিলো মই আৰু কইনা। সিদিনাহে কইনাৰ লগত মই কথা হলো। ইয়াৰ দুমাহ মান পাছত মোৰ পাছ বিয়া হৈ গ'ল। তেতিয়াৰ পৰা কইনা আৰু মই একে কোঠাতে থাকিবৰ অধিকাৰ পালো।

এই বিবাহৰ ফল মোৰ পক্ষে ভাল হল। আজি প্ৰায় চুকুৰি বছৰ আমি দুয়ো সুখতে কাল কটাইছো আৰু সৌভাগ্যে "ধন পুত্ৰ" এই কথাষাৰিও সম্পূৰ্ণৰূপে খাটিছে। মোৰ এই পত্নী ঘৰলৈ অহাৰ পাছৰ পৰা মোৰ আৰ্থিক অৱস্থা ভালুকৈ আছিল। তেওঁৰ পৰা উপযুক্ত, গুণী আৰু বিদ্যান সাতটি লৰা পালোঁ।

এই সুযোগতে মোৰ পত্নীৰ কথাও অলপ কৰৰ লোভ সামৰিব নোৱাৰিলো। মোৰ পত্নীৰ পিতাক মাকে থোৱা নাম কালিপ্ৰিয়া আছিল। এই নাম মোৰ ভাল নেলাগিছিল। আমি আজন্ম বৈষ্ণৱ। কালি বুলিলে কিবা এটা ভয়ৰ ভাব মনলৈ আহে। এই কাৰণেও আৰু আন কৰিও মোৰ পত্নীৰ নাম কালিপ্ৰিয়া গুচাই কালিন্দী ৰাখিলো। প্ৰথমতে এটা ডাঙৰ হাজলীয়া ফুলকটা পিতলৰ কলহ কিনি চেনিৰে নাম কটাই আনি উপহাৰ দিলোঁ। তেতিয়া পৰা তেওঁৰ নাম কালিন্দী হল। এই কালিন্দী নাম মই সপোনত পোৱা। এদিন পুৱাৰাতি সপোনতে শুনিলো বৰ মিঠা সুৰেৰে কোনোবাই "কালিন্দীৰ তীৰে তীৰে বনমালী" এই পদ ফাকি গাইছে। সাৰ পাইয়ে শুই থকা কালিপ্ৰিয়াক কালিন্দী বুলি মাত লগালো।

মোৰ পত্নী দেখিবলৈ শুৱনী, চুটি-চাপৰ, গাৰ বান্ধ সিংহ বক্ষিয়া। গাৰ বৰণ গৌড়, খোজ গম্ভীৰ, আৰু হংসগামিনী



পত্নী ৺কালিন্দী দেবী।

বুজিব পাৰি। অলপ. অলপ কথা কয়। স্বভাৱ শান্ত, সুশীলা, ধৰ্মপৰায়ণা আৰু সকলো গৃহ কাৰ্য্যত নিপুণ। চোতাল সৰা, ঘৰ কাতি মচা, ধান বনা, চুৱা ধুৱা, কাপোৰ ধুৱা, আদি যি বিলাক কাম চাকৰ ৰাখিলেহে কৰে সেই বিলাক কামো তেওঁ বেয়া বুলি নেভাবে ৰাতিপুৱাই উঠি কাৰো অপেক্ষা নকৰি একালৰ পৰা সকলো কাম কৰি থাকে। ৰাতিপুৱা পাচ বজাৰ পৰা ৰাতি বাৰটা-এটা বজালৈ একেৰাহে কামকে মাত্ৰ কৰে। দুখ ভাগৰ বিশ্ৰাম একো নেজানে। আজি ৫৭ বছৰ বয়সতো একেৰাহে কামকে কৰি আছে। পূজা-পাৰ্বন, নাম-প্ৰসঙ্গ আদিত অতিশয় শ্ৰদ্ধা। অতিথি অভ্যাগত, আত্মীয়-স্বজন, চাকৰ-বাকৰ সকলোকে সমানে আদৰ সাদৰ কৰে; সমানে খুৱাই ধুৱায়। কাকো কোনো কথাতে হীন দেখি নকৰে। বহুবিধ আঞ্জা-ব্যঞ্জন আদি ৰান্ধি আৰু নানা প্ৰকাৰ লাক পিঠা আদি কৰি মানুহক খুৱাই সুখ পায়। ৰন্ধা বঢ়া আদি কাম তেওঁৰ জীৱনৰ নৈত্য নৈমিত্তিক কাম। যিদিনা এই কাম ভাল ৰকমে কৰিব নোৱাৰিব সেই দিনটো তেওঁৰ অশান্তিৰ দিন।

ইমান পৰিশ্ৰম কৰিব হাক দিলে, ইয়াকে মাত্ৰ কয় যে "তিৰী মানুহে এই বিলাক কাম নকৰি পিন্ধি উৰি মেম চাহাব হৈ থাকিব লাগে নেকি?" ৰেছি কৰ গলে দাবি দি কয়—"তিৰোতা মানুহে ঘৰৰ কাম যি দৰে কৰে কৰিব, মুনিহ বিলাকে ভাত মাত মাতি ফুৰিব লাগে কিয়?" এই ধৰণৰ প্ৰণয়-কলহ আমাৰ মাজে মাজে হৈ থকা নিত্য ঘটনা।

লাহ-বিলাহ বা পিন্ধা উৰাৰ প্ৰতিও তেওঁৰ বিশেষ মনোযোগ নাই। যেই সেই কাপোৰেৰে যেই সেই ৰকমে অঙ্গটো ৰাখি চলিব পাৰিলেই সন্তুষ্ট। নিজৰ ঘৈণীয়েকৰ কথা নিজে

লিখিলে অতিৰঞ্জিত হোৱা বুলি মানুহে ভাবিব পাৰে। মই হলে মুঠেও অতিৰঞ্জন কৰা নাই। সংসাৰিক জীৱনত এনে হেন পত্নী, উপযুক্ত গুণী সাতটা লৰা আৰু নানা সুখ সৌভাগ্য দান কৰাৰ বাবে শ্ৰীশ্ৰীভগৱন্ত পুৰুষৰ চৰণত অসংখ্য প্ৰণতি জনাই মোৰ আত্মজীৱনীৰ প্ৰথম খণ্ড শেষ কৰিলোঁ।

ওঁ শান্তি! ওঁ শান্তি!! ওঁ শান্তি!!



# দ্বিতীয় খণ্ড

মই পঞ্চাশ ষাঠি বছৰ আগৰ কথা কবলৈ ওলাইছো। তেতিয়া লেখা পঢ়াৰ অৱস্থা আমাৰ দেশত বৰ বেয়া আছিল। বেছিভাগ মানুহেই নিৰক্ষৰ আছিল। আনকি বামুণ গোসাঁইৰ ভিতৰতো অনেক মানুহে পঢ়িব নোৱাৰিছিল। মাজে মাজে দুখন এখন পাঠশালা স্কুল আৰু মাজে মাজে দুখন এখন বামুণীয়া পঢ়াশালী আছিল। পঢ়াশালী বিলাকত পঢ়াৰ প্ৰণালী বেয়া আছিল। এতিয়াও সম্পূৰ্ণ ভাল হোৱা নাই। সকলো ছাত্ৰকে একেলগে ৰত্নমালা ব্যাকৰণৰ পাঠ পঢ়াই লৈছিল। বেছিভাগ ছাত্ৰই ৪।৬ বছৰলৈ একো বুজি নাপাইছিল। এনেকৈ ৰত্নমালা ব্যাকৰণ পঢ়োঁতেই অনেক ছাত্ৰৰ জীৱনৰ শ্ৰেষ্ঠ কাল বিনি যায় হৈছিল। এনেকৈ অনেক ছাত্ৰই ৮।১০ কল্প ব্যাকৰণ পঢ়ি দশকৰ্ম্ম শিকি পাঠৰ পুথিৰ পাঠলৈ ফিৰি আহিছিল। পাঠ পুথিৰ পাঠ লোৱাৰ অৰ্থ বিষ্ণুসহস্ৰ নাম, চণ্ডী, গীতা, গোপাল সহস্ৰনাম প্ৰভৃতি পঢ়িব শিকা। এইবিলাক শ্লোক অধ্যাপকৰ মুখে শ্লোক নকলে এইবোৰ পুথি নিজে আখৰ চিনি পঢ়িব নোৱাৰিছিল। ইয়াতে এওঁলোক যে কিমান বিদ্বান আছিল বুজিব পাৰি। দুই চাৰিজনে ৰত্নমালা ব্যাকৰণ ২০।২৫ কল্প পঢ়ি গীতা ভাগৱতৰ দুই এক অধ্যায়, গঙ্গাজল, শুদ্ধি কৌমুদী প্ৰভৃতি স্মৃতিৰ অলপ অভ্যাস কৰি আহি পঢ়াশালি কৰি অধ্যাপক হৈ যাইছিল। ইয়াৰ দ্বাৰা এইটো কোৱা নাই যে সেই সময়ত আমাৰ দেশত শাস্ত্ৰজ্ঞ ভাল পণ্ডিত লোক নাছিল। দুই চাৰিজন অৱশ্যে শাস্ত্ৰ পাৰ-

কৰ্মী, অগাধ পণ্ডিত আমাৰ সমাজত তেতিয়াও আছিল। কিন্তু তেওঁলোকৰ সংখ্যা অতি কম, আঙুলিৰে মূৰত লিখি পৰা। আমি পঢ়াৰ সময়ত দুই চাৰিজন কাব্য, ব্যাকৰণ আৰু স্মৃতিৰ পণ্ডিত আছিল। এওঁলোক সেই সেই শাস্ত্ৰত বিশেষ ব্যুৎপন্ন লোক আছিল। ন্যায়, বেদান্ত, সাংখ্য প্ৰভৃতি দৰ্শন শাস্ত্ৰৰ চৰ্চা সমূলি নাছিল। দুই চাৰিজন ভাল পণ্ডিত লোকে ব্যাকৰণৰ টীকা আৰু গীতা-ভাগৱতৰ শ্ৰীধৰ স্বামীৰ টীকাৰ ভিতৰেদি ন্যায় বেদান্তৰ কথা কিছু কিছু জানিছিল।

সমাজৰ এনেকুৱা অৱস্থাতে মই টোলত পঢ়িব যাওঁ। আমাৰ দেউ অৰ্থাৎ বালাবন গাৱঁৰ ৺লক্ষ্মীকান্ত কবিৰত্ন বিচক্ষণ লোক আছিল। গতানুগতিক পদ্ধতি মতে শব্দ সাধি বা মুখস্থ কৰি ব্যাকৰণৰ জ্ঞান লাভ কৰা বহু যত্ন আৰু সময় সাপেক্ষ দেখি দেউৰ লগত পৰামৰ্শ কৰি মই টোলত ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ উপক্ৰমণিকাৰ চলতি কৰিলোঁ আৰু মযো উপক্ৰমণিকা ব্যাকৰণ পঢ়িলো। উপক্ৰমণিকাৰ সন্ধান মই কলিকতাৰ কিতাপৰ দোকানৰ তালিকাত পাইছিলো। উপক্ৰমণিকাৰ অনুগ্ৰহত আমাৰ টোলৰ ছাত্ৰবিলাকে এক-বছৰতে ব্যাকৰণৰ বহু খিনি অভিজ্ঞতা লাভ কৰিলে। আমাক দেখা দেখি পাছত আন টোলতও উপক্ৰমণিকাৰ চলতি হল। তাৰ পাছত [illegible] গোসাঁইৰ পৰা ব্যাকৰণ কৌমুদীৰ সমাস আদি কৌমুদীও পঢ়িলো। [illegible] বৰ্ণমালাৰ প্ৰতি মোৰ বিশেষ মনোযোগ নাথাকিল। বৰ্ণমালা ব্যতিৰেকেও কৌমুদীৰ কল্যাণত সংস্কৃত ভাষাত মোৰ [illegible] [illegible], ব্যুৎপত্তি হৈছিল এই

ব্যাকৰণৰ এই সাধাৰণ জ্ঞান লাভ কৰিয়ে [illegible] [illegible] সময়ত প্ৰথম পৰীক্ষা দিবলৈ প্ৰস্তুত হলোঁ। [illegible] [illegible] পৰীক্ষাৰ পাঠ্য আছিল, কাব্যৰ [illegible] [illegible] [illegible]

নিৰ্ণয়, সাহিত্য প্ৰবেশিকা, জ্যোতিষৰ জ্যোতিস্তত্ত্বাৱলী ইত্যাদি। এই বিলাকৰ পাঠ মই দেউৰ পৰা পঢ়া নাছিলো। মোৰ ওজাৰ পৰাহে পঢ়িছিলোঁ। মই পঢ়াশালীলৈ যোৱাৰ আগতে এই বিলাক পুথি পঢ়া শেষ হৈ গৈছিল। মুদ্ৰিত প্ৰবেশিকা কিনিবলৈ নোপোৱাত কহাবজাৰৰ ৺ভূধৰ দেউৰ পঢ়াশালীৰ পৰা প্ৰবেশিকা খন নকল কৰি আনিছিলোঁ। আমি সকলোৱে ৮।১০ জন ছাত্ৰ গৈছিলোঁ। পাইপতি কিছু কিছু অংশ নকল কৰি এদিনতে সম্পূৰ্ণ পুথিখন নকল কৰি আনিছিলো।

এইদৰে পঢ়ি-শুনি ওজাৰ লগতে পৰীক্ষা দিবলৈ গুৱা-হাটীলৈ গলো। গুৱাহাটীত গৈ ৺দুলাল চন্দ্ৰ চৌধুৰীৰ (দুলাল বাবুৰ) ঘৰত বাহা কৰিলোঁ। এইটো নলবাৰী অঞ্চলৰ মানুহৰ সাধাৰণ বাহা আছিল। যেয়ে যায় সেয়ে থাকিব পাৰিছিল। বামুন-সজ্জন হলে সিধাও পাইছিল। মইও সিধা পালো। ওজাই তেওঁলোকৰ লগতে বামুণে ৰন্ধা ভাত খালে। ওজা দুলাল বাবুৰ পুৰোহিতৰ লৰা। এনেকৈ একে ঘৰতে একেলগে থাকি নিৰ্দ্দিষ্ট দিনত পৰীক্ষা দিলোঁ।

সৌভাগ্যৰ গুণত মই পৰীক্ষা পাছ কৰিলো। প্ৰথম বিভাগ পালো; আৰু দুৰ্ভাগ্যৰ গুণে ওজাই ফেল কৰিলে। পঢ়াত ওজাক তেওঁ মোতকৈ শ্ৰেষ্ঠ বুলি সকলোৱে ভাবিছিল। দেউৰ মনতো মই পৰীক্ষা ফেল কৰিম আৰু ওজাই পাছ কৰিব এনে ধাৰণা আছিল। এই কথা ইয়াত উল্লেখ কৰাৰ উদ্দেশ্য এই নহয় যে মোৰ বুদ্ধিবৃত্তি অধিক চোকা আৰু মই [illegible] এই কথা বুজোৱা; এই পিনাৰ [illegible] হৈছে [illegible]

লৰাবিলাকেও সেই কথাৰ পৰা মনৰ বল পাব পাৰে ভাবিয়ে লিখিলো।

পৰীক্ষা পাছ ফেলৰ লগত পঢ়াৰ সম্পৰ্ক নথকা নহয়। সচৰাচৰ ভাল পঢ়া শুনা লৰাইহে পৰীক্ষা ভালদৰে পাছ কৰিব পাৰে। কিন্তু কেতিয়াবা কোনো বিশেষ কাৰণত ভাল লৰাইও পৰীক্ষা ফেল কৰে। তাৰ কাৰণ বহুতো আছে। ফেল কৰা ছাত্ৰইও নিৰাশ নহৈ কি কাৰণত তেওঁ ফেল হল তাক ভালকৈ ভাবি চিন্তি চাই পুনঃ পৰীক্ষা দি উচ্চস্থান অধিকাৰৰ বাবে যত্ন কৰাহে উচিত। মাষ্টৰ বা পৰীক্ষকৰ ওপৰত দোষ আৰোপ কৰি বা মনৰ দুখত অনুতাপ কৰি থকা উচিত নহয়। "উদ্যোগিনং পুৰুষ সিংহমুপৈতি লক্ষ্মী।"

প্ৰথম পৰীক্ষা পাছ কৰাৰ পাছত মই দ্বিতীয় পৰীক্ষাৰ নিমিত্তেও প্ৰস্তুত হলো। দ্বিতীয় পৰীক্ষাৰ পাঠ্য আছিল সমগ্ৰ ৰত্নমালা ব্যাকৰণ, স্মৃতিৰ ভিতৰত গঙ্গাজল, দায় কৌমুদী, জ্যোতিমুক্তাৱলী সম্পূৰ্ণ, সাহিত্য ভট্টী কাব্য পঞ্চম স্বৰ্গ পৰ্য্যন্ত, শকুন্তলা নাটক, ছন্দমঞ্জৰী ইত্যাদি। অনেক কথা পাহৰিছো, এতিয়া মনত নাই।

মুঠ কথা তেতিয়াৰ দ্বিতীয় পৰীক্ষা পাছ কৰিলে সমাজত লগা সকলো বিষয়তে প্ৰবেশ লাভ কৰিব পাৰিছিল। পৰিশ্ৰমী আৰু বুদ্ধিমান লোকে দ্বিতীয় পৰীক্ষা পাছ কৰাৰ পাছত নিয়মিত ৰূপে পঢ়িব এৰিলেও পঢ়া শুনাৰ চৰ্চ্চা ৰাখি অনেকে সমাজত প্ৰতিষ্ঠা লাভ কৰিব পাৰিছিল। কিন্তু এই দ্বিতীয় পৰীক্ষা পাছ কৰিবলৈও অনেক ছাত্ৰৰ ১৫।২০ বছৰ লাগিছিল। উপক্ৰমণিকা আৰু কৌমুদীৰ কল্যানত মই প্ৰথম পৰীক্ষাৰ পাছৰ বছৰতে দ্বিতীয় পৰীক্ষা বাবে প্ৰস্তুত হব পাৰিছিলো। এনেতে মোৰ পিতৃৰ পৰলোক প্ৰাপ্তি ঘটিল।

গতিকে সাংসাৰিক লেঠাত ঘৰত থাকিব লগা হোৱাত বিশেষকৈ মই পঢ়ি থাকিলে সৰুগোসাঁইৰ পঢ়া বন্ধ হ'ব, লগা হোৱাত মোৰ পৰীক্ষা দিয়া নহ'ল। পৰীক্ষা দিয়া নহলেও কিছুদিনলৈ পঢ়াশালিৰ মোহ এৰিব পৰা নাছিলো। মাজে মাজে পঢ়াশালীলৈ গৈ দুই এৰাতি থাকো। দেউ আৰু ছাত্ৰ বিলাকে অতিকৈ মৰম চেনেহ কৰাৰ বাবেই মই ছাত্ৰ নহৈও পঢ়াশালী এৰিব পৰা নাছিলো।

পঢ়াশালীৰ পঢ়াৰ সংশ্ৰৱ এৰাৰ কথা এতিয়া কম। এদিন দেউ মোক পঢ়াশালীলৈ মাতি পঠালে। মই ভাবিছিলো যে কিবা খোৱা লোৱাৰ কৰাবাৰ আছে। নিৰ্দ্দিষ্ট দিনৰ দিনা মই জানিব পাৰিলো যে খোৱা লোৱাৰ কাৰণ্যাৰ নহয়। তাৰ পাছদিনাখন বোলে দেউ নন্দেশ্বৰ ওজা, ৺ধীৰেশ্বৰ ওজা আৰু মোক উপাধি দিব।

ইয়াৰ আগেয়ে আমাৰ পঢ়াশালি বিলাকত উপাধি দিয়া দস্তুৰ প্ৰচলিত নাছিল। গবৰ্ণমেণ্টৰ পৰাও কোনো উপাধি পৰীক্ষা নাছিল। গতিকে আমাৰ দেশৰ অধ্যাপক সকল উকা অৰ্থাৎ উপাধিশূন্য আছিল। বঙ্গদেশত হলে অধ্যাপকে নিজৰ ছাত্ৰক উপাধি দিছিল। পণ্ডিত সমাজে বিশেষ বিশেষ কথাৰ বাবে আন লৰাকও উপাধি দিয়া দস্তুৰ আছিল। আমাৰ দেউ এই ৰকমে থাগৰাবাৰীৰ পৰা (কোচ বিহাৰ) কবিৰত্ন উপাধি লাভ কৰা লোক আছিল।

সেউয়ে সেই আৰ্হিকে লৈ আমাৰ পঢ়াশালিতো এখন সভা পাতি পঞ্চগ্ৰামী ব্ৰাহ্মণ সমাজৰ লোকসকল আৰু দুই চাৰিজন আন অধ্যাপকক মাতি আমাক উপাধি দিলে।

প্ৰথমতে দেউয়ে আমাক লেখুৱাই কলে, এই তিনিজন মোৰ ছাত্ৰ পঢ়া শুনাত ভাল হৈছে। এওঁলোকক আপোনা-

লোক সমাজ বিদ্যমানে উপাধি দিয়া হব। তাৰ পাছত আৰু অধ্যাপক দুইজনে আমাক দুটা এটা প্ৰশ্ন কৰিলে। বোধকৰো উত্তৰত সন্তুষ্ট হল। তাৰ পাছত আমাৰ ভিতৰতে বিচাৰ হল। ব্যাকৰণৰ কোনো সূত্ৰলৈ বিচাৰ হৈছিল। বিচাৰৰ শেষত মোৰ ভাগ্যত গুণত বিদ্যাৰত্ন উপাধিকে পালো। বিদ্যাহীনহৈও বিদ্যাৰত্ন হৈ ঘৰলৈ আহিলো। পঢ়াশালিৰ সংশ্ৰৱো এৰিলো। পঢ়াশালিৰ সংশ্ৰৱ এৰিলো ঘৰৰ লেঠা ক্ৰমে বাঢ়ি যোৱাত আৰু বিদ্যাৰত্ন উপাধি পোৱাত লগৰ আন আন ছাত্ৰবিলাকৰ লগত খোলা মনলৈ মিলিজুলি থাকিবলৈ এটা সঙ্কোচৰ ভাব আহিছিল। এই সঙ্কোচৰ ভাব মোৰ [উপাধি লাভৰ গৌৰৱ বা অহঙ্কাৰৰ হেতুকে হোৱা নাছিল। হৈছিল আন কাৰণত, সেই কাৰণ হল—মোৰ বিদ্যাৰত্ন উপাধি পাবৰ জোখাৰে বিদ্যা বুদ্ধি নাছিল।

[২]

মই পঢ়াশালি এৰিলেও পঢ়া নেৰিলো। অধ্যয়নৰ প্ৰতি বেছি মনোযোগী হলো। ছাত্ৰতকৈও বেছিকৈ পঢ়ো, সন্ধ্যাৰ পৰা বাতি বাৰটা বজালৈ পঢ়া শুনা কৰো। ৰাতিপুৱা ৮।৯ বজালৈ পঢ়ো। দুপৰীয়া আনে বিশ্ৰাম কৰা সময়ত মই পঢ়ো। এনেকৈ পঢ়াটোৱে মোৰ ব্ৰত হল। পঢ়াৰ মোৰ কোনো নিৰ্দ্দিষ্ট বিষয় নাছিল। যেতিয়াই যিহকে পাওঁ তাকেই পঢ়ো। ৰামায়ণ, মহাভাৰত, এক অনা দামৰ অভিমন্যু বধ, বিজয় বসন্ত আদি সকলো মোৰ পঢ়াৰ বিষয় বস্তু আছিল। উচ্চ পৰ্য্যায়ৰ ভাল কিতাপ যে মই পঢ়া নাই এনে নহয়। আমাৰ ঘৰত আগৰে পৰা যি মোৰ পুৰণি

সাচিপতীয়া পুথি আছিল আৰু জ্ঞান ভাণ্ডাৰ আদি কিছু কিছু ছপা পুথি আছিল, সেই সমস্ত মই পঢ়ি শেষ কৰিলো। গতিকে কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী আদি পুথিত মোৰ ভাল-দৰে প্ৰবেশ লাভ ঘটিল। তাৰ পাছত চৈতন্য চৰিতামৃত, চৈতন্য ভাগৱত আৰু বঙ্গভাষাৰ প্ৰকাশিত বৈষ্ণৱ সাহিত্যৰো অনেক পুথি পঢ়িলো। গতিকে বৈষ্ণৱ ধৰ্ম্ম সম্বন্ধে মোৰ কিছু অভিজ্ঞতা জন্মিল। সৰু কালৰ এই অধ্যয়ণৰ ফলতে মই পাছত ধৰ্ম্মভূষণ উপাধি লাভ কৰো। এই কথা পাছত কম।

পিতাৰ দিনৰ পৰা আমাৰ ঘৰত বঙ্গবাসী কাগজ আহিল। মইও সেই কাগজৰ নিয়মিত গ্ৰাহক আছিলো। প্ৰকাণ্ড কাগজ; আহি পালেই মনটো ভাল লাগি যায়। গতিকে কেতিয়া বঙ্গবাসী আহে, কেতিয়া বঙ্গবাসী আহে ভাবি থাকো। অহা মাত্ৰকতে কাগজখন আদিৰ পৰা অন্তলৈ নপ-ঢ়াকৈ আন কোনো কাম কৰিব নোৱাৰো।

বঙ্গবাসী কাগজৰ কৃপাত বহু শাস্ত্ৰীয় গ্ৰন্থ সুলভ মূল্যত কিনি পঢ়িবৰ সুযোগ পালো। বঙ্গবাসীৰ প্ৰতিস্থাতা ৺যোগেন্দ্ৰ নাথ বসু মহাশয়ে স্বৰ্গগত মহামহোপধ্যায় পঞ্চানন তৰ্কৰত্নৰ সহায়ত মূল ৰামায়ণ, মহাভাৰত, অনেক পুৰাণ, উপপুৰাণ, স্মৃতি-দৰ্শন প্ৰভৃতি গ্ৰন্থ প্ৰকাশ কৰি বঙ্গবাসীৰ গ্ৰাহকবিলাকক কম মূল্যত বিক্ৰি কৰাৰ পদ্ধতি আবিষ্কাৰ কৰি হিন্দুৰ দুষ্প্ৰাপ্য শাস্ত্ৰ গ্ৰন্থসমূহ সহজে প্ৰাপ্য কৰি দিলে। মইও অনাটনৰ ভিতৰতো এই সকল অমূল্য গ্ৰন্থ সংগ্ৰহ কৰি পঢ়িব ধৰিলো। এইদৰে পৰিশ্ৰম কৰাৰ ফলত মোৰ জ্ঞানৰ পৰিসৰ বাঢ়ি গল আৰু লগে লগে সমজতো খ্যাতি প্ৰতিপত্তি লাভ কৰিব ধৰিলো। শাস্ত্ৰৰ কোনো আশঙ্কাৰ কথা হলে সুধিবৰ বাবে মানুহে মোক বিচাৰ কৰা হল।

বঙ্গবাসীৰ আহিকে আগতলৈ বসুমতী পত্রিকাৰো আবির্ভাব হল। প্রখ্যাত বঙ্গালী গ্রন্থকাৰ সকলৰ অমূল্য গ্রন্থ-ৰাজী বসুমতীৰ গ্রাহকক কম দামত দিয়াৰ ব্যৱস্থা কৰিলো। মইও বসুমতী পত্রিকাৰ গ্রাহক হৈ সেই পুথি বিলাক সংগ্রহ কৰি পঢ়িব ধৰিলো। ইয়াৰ পৰা বিখ্যাত গ্রন্থকাৰ বঙ্কিম চন্দ্র, ৰমেশ চন্দ্র দত্ত, দামোদৰ মুখোপাধ্যায়, নবীন সেন, হেমচন্দ্র, ৰঙ্গলাল প্রভৃতি শ্রেষ্ঠ লেখক সকলৰ লেখাৰ লগত মোৰ পৰিচয় ঘটিল লগতে সাহিত্যৰ প্রতিও মোৰ ৰাপ জন্মিল। সময়ে সময়ে বন্ধু বান্ধৱৰ লগত উৎকৃষ্ট বঙ্গালী সাহিত্যৰ তুলনা মূলক সমালোচনাও কৰিব পৰা হলো।

তত্ত্ববোধিনী, উদ্বোধন, সাহিত্য, কালী প্রসন্নৰ বান্ধৱ প্রভৃতি মাসিক পত্রিকাও মই নিয়মিত ৰূপে পাঠ কৰিছিলো। এই বিলাকৰ পুৰণি সংখ্যা সস্তা দামত কিনি বা আন প্রকাৰে সংগ্রহ কৰি লৈছিলো। প্রবাসী পত্রিকাৰ নিয়মিত গ্রাহক প্রথম বছৰৰ পৰা আজিলৈ আছো। এই বিলাক পঢ়াৰ ফলত মোৰ আধুনিক জগতৰ জ্ঞান, বিজ্ঞান আদিৰ বিষয়ে কিছু জ্ঞান জন্মিল। প্রবাসীৰ বিবিধ প্রবন্ধ পঢ়াৰ পৰা ৰাজনীতিৰো কিছু জ্ঞান হল। এইদৰে মই সকলো সমাজতে নিজা মতামত দিবলৈ সক্ষম হৈছিলো।

ইংৰাজী শিকাৰ প্রতি মোৰ ধাউতি হল। সেই অর্থে "ইংৰাজা শিক্ষাৰ সহজ উপায়" "ৰাজভাষা"—প্রভৃতি কিতাপ পত্রবোৰ পঢ়িব আৰম্ভ কৰিলো। পাছে মোৰ আত্ম সম্মানে বাধা দিলে। ইংৰাজী ইংৰাজৰ ভাষা। ইংৰাজ বিলাকে আমাক পৰাধীন কৰি ৰাখিছে। ইংৰাজী শিকা বা ইংৰাজৰ তলত চাকৰী কৰাৰ অর্থ ইংৰাজ বিলাকক প্রভু বুলি মানিলৈ আমাৰ পৰাধীনতাৰ কাল বঢ়াই দিয়া। একেকুৰা-

ধাৰণাৰ পৰা ইংৰাজী শিকিবলৈ এৰি দিলো। এইটো মোৰ ডক্কাৰ নে ইংৰাজী শিকিবলৈ যি যত্ন পৰিশ্ৰম লাগে সেই যত্ন পৰিশ্ৰম কৰিবলৈ এলাহ সেইটো নিৰ্ণয় কৰিবৰ বাবে মনস্তাত্ত্বিক সকলৰ ওপৰত ভাৰ দিলো।

হিন্দী ৰাষ্ট্ৰভাষা হোৱাৰ বহুকাল আগতে হিন্দীৰ প্ৰতি মোৰ মন আকৃষ্ট হৈছিল। ইংৰাজী নজনাৰ বাবেও এইটো হব পাৰে। সমগ্ৰ ভাৰতবৰ্ষৰ লগত ভাবৰ আদান প্ৰদান কৰিবলৈ এটা সৰ্ব্বভাৰতীয় ভাষাৰ যে বিশেষ আৱশ্যক এই কথা মই ভালদৰে বুজি পাইছিলো। সেই কাৰণে হিন্দী শিকিবৰ চেষ্টা কৰিলো। হিন্দী মই বুজি পাওঁ। কব পৰাও হৈছো। হিন্দী ভাষাৰে সৰুসুৰা বক্তৃতাও কৰিব পাৰিছিলো। এতিয়া অনভ্যাস হোৱাই অনেক কথা পাহৰিলো। বিশেষকৈ লিঙ্গ বিভক্তি আদি ঘটিত কথা।

সংস্কৃত পঢ়িলেও মোৰ কাশীলৈ নানা শাস্ত্ৰ পঢ়ি বিদগ্ধ পণ্ডিত হোৱাৰ প্ৰবল আকাঙ্খা আছিল। দুৰ্ভাগ্যবশতঃ সেইটো ঘটি নুঠিল। তথাপি মই নিজৰ যত্ন আৰু চেষ্টাৰ ফলত সকলো শাস্ত্ৰতে সামান্য ৰূপে প্ৰবেশ লাভ কৰিব পাৰি শান্তি পাইছো। এতিয়া মই নাভাবো যে "উপাধি ব্যাধি-ৰেব স্যাৎ যদি বিদ্যা নবিদ্যতে"।

কাশীত পঢ়াৰ মোহ মোৰ মনত সংস্কাৰ ৰূপে থকা বাবেই হয়তো পৰবৰ্ত্তী কালত মোৰ প্ৰথম পুত্ৰ শ্ৰীমান প্ৰফুল্লক হিন্দু বিশ্ববিদ্যালয়ত পঢ়িব অনুমতি দিছিলো।

মই এতিয়াও ছাত্ৰৰ দৰে পঢ়ো। ৰাতি চাৰে চাৰি বজাত উঠি ৮ বজা মানলৈ অধ্যয়ন কৰো। দুপৰীয়াও দুই তিনি ঘণ্টা পঢ়ো। সন্ধ্যা বেলিকা খবৰৰ কাগজ পঢ়ো। এই মোৰ নিয়মিত পঢ়া। ইয়াৰ ব্যতিক্ৰম হলেই মনটো খুদ্

মুদাই থাকে; আৰু সাধ্য অনুসাৰে এই নিয়মৰ ব্যতিক্ৰম নকৰো। মই এতিয়ালৈ শ্ৰীমদ্ভাগৱত প্ৰথমৰ পৰা শেষলৈ পাছ বাৰ, বাল্মিকী ৰামায়ণ তিনিবাৰ পঢ়িলো। তথাপি সকলো অৰ্থ বুজি পাইছো বুলি কব নোৱাৰো। অনেক ঠাইত টীকা-টীপ্পনিৰে বুজিব নোৱাৰিলে পুনঃ পুনঃ পাঠ কৰো। এনে কৰাত ভাবাৰ্থ বুজা যেন লাগে যদিও প্ৰকৃততে বুজিছো নে নাই বুজা কব নোৱাৰো। এতিয়া সপ্তাহত গীতাখন এবাৰ আদিৰ পৰা অন্তলৈ আবৃত্তি কৰো। এইয়ে মোৰ পঢ়াৰ সংক্ষেপ বৃত্তান্ত।

মোৰ লগ্নত বৃহস্পতি আছে। জ্যোতিষ শাস্ত্ৰ অনুসাৰে ইয়াঁৰ ফলত "সলগ্নো জীবো শ্ৰুতি পৰনাপ্নুয়াৎ" পাছে শ্ৰুতি পাৰ পাৰলৈ যি জন্ম জন্মান্তৰৰ সাধনা লাগে তাৰ অভাৱত মই শ্ৰুতি পাৰ নাপালেও পল্লৱ গ্ৰাহী পাণ্ডিত্য কিছু লাভ কৰিব পাৰিছো। এইটো সলগ্নোজীৱৰ ফল নে মোৰ একাগ্ৰ সাধনাৰ ফল এই বিষয়ে অনেকে সন্দেহ কৰিব পাৰে কিন্তু মোৰ বিশ্বাস হলে সলগ্নোজীৱ আৰু সাধনা দুয়োটাৰ ফলহে। "দৈব পুৰুষাৰ্থ দুটি কাকো নকৰিলা তুতি" এই প্ৰবাদ বাক্য সত্য বুলি মই ভাবো।

মোৰ বিদ্যাৰত্ন উপাধি লাভৰ কথা আগতে কৈছো। পল্লৱ গ্ৰাহী পাণ্ডিত্যৰ বাবে মই আৰু দুটা উপাধি পাইছিলো। এই উপাধি কেনেকৈ পাইছিলো তাৰে কথা কম।

দামোদৰী আৰু মহাপুৰুষীয়া ধৰ্ম্মৰ আলোচনাৰ কাৰণে এখন সভা হৈছিল। এই সভাৰ প্ৰধানতম বিচাৰক আছিল ৺মহামহোপধ্যায় ধীৰেশ্বৰাচাৰ্য্য। তেওঁ অশেষ শাস্ত্ৰজ্ঞ মহাপণ্ডিত হলেও অসমীয়া সাহিত্যৰ জ্ঞান সীমাবদ্ধ আছিল। ঘোষা, কীৰ্ত্তন, বক্তাৱলী, চৰিত্ৰ আদি পুথিৰ

পৰা প্ৰমাণ প্ৰয়োগ কৰিলে তাৰ যথাযথ উত্তৰ দিব পৰা লোক তেতিয়া নাছিল বুলিলেও বেছি কোৱা নহয়। কীৰ্ত্তন, ঘোষা আদিৰ পদক অনেক সময়ত উপলুঙা কৰা মানুহৰো অভাৱ নাছিল।

বৈষ্ণৱ ধৰ্ম সম্বন্ধে মোৰ জ্ঞানৰ গভীৰতা সামান্য হলেও মই সেই সভাত ঘোষা-কীৰ্ত্তন আদিৰ পদৰ উদ্ধৃত কৰি প্ৰকৃততে যে মহাপুৰুষীয়া আৰু দামোদৰীয়া সম্প্ৰদায়ৰ ধৰ্ম্মমত সম্বন্ধে কোনো ভেদ নাই, সকলো সম্প্ৰদায় এক ভাগৱত ধৰ্মৰ পৰাই ওলোৱা শাখা প্ৰশাখা মাত্ৰ এই কথা প্ৰতিপন্ন কৰিবলৈ সক্ষম হৈছিলো। অলপীয়া জ্ঞানেৰে সৈতেও যে মই পৰস্পৰ বিবদমান পক্ষ দুটাৰ ভিতৰত সাম্য-ভাব আনিব পাৰিছিলো এইটো ভগবদ্ অনুগ্ৰহ মাত্ৰ। এতিয়াও মই সকলো বিবদমান পক্ষৰ ভিতৰত সামঞ্জস্য আনিবলৈ চেষ্টা কৰো। ভগবানৰ কৃপাত কেৱল ৰাজনৈতিক বিষয়ৰ বাহিৰে আন আন বিষয়ত কৃতকাৰ্য্য হবও পাৰো। এই শক্তি মই ভগৱানৰ অনুগ্ৰহত পোৱা বুলি বিশ্বাস কৰো। এই বিচাৰত ধৰ্ম সম্বন্ধীয় মোৰ সামান্য জ্ঞানৰ পৰিচয় পাই মোক মহামহোপধ্যায় ধীৰেশ্বৰাচাৰ্য্য দেউ "ধৰ্মভুষণ" উপাধি দিয়ে।

কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ পৰা মই "বিদ্যা বিশাৰদ উপাধি লাভ কৰো। এই উপাধি সম্পূৰ্ণৰূপে মোৰ অজ্ঞাত সাৰে আহি পৰিল। আগতে জানিব পাৰিলে সংস্কৃত সঞ্জীৱনী সভাৰ সভাপতি হৈ থকা সময়তে মই নিজে সেই সভাৰ পৰা উপাধি গ্ৰহণ নকৰিলোহেতেন।

সংস্কৃত সঞ্জীৱনী সভাৰ নিয়ম অনুসৰি প্ৰতি বাৰ্ষিক অধিবেশনতে এজন বা দুজন বিশিষ্ট বিদ্যান লোকক সন্মান দেখুৱাবলৈ উপাধি দিয়া হয়। এই নিয়ম অনুসৰি আমাৰ

দেশৰ আৰু আন দেশৰও অনেক লোকক উপাধি দিয়া হৈছে। মোৰ কথা কোনেও কেতিয়াও ভবা নাই। সভাৰ কোনো কাৰ্য্য নিৰ্ব্বাহক সভাৰ অধিবেশনতো এই কথা আলোচনা হোৱা নাই। যি লোকক উপাধি দিয়া হয় তেওঁৰ নাম কাৰ্য্য নিৰ্ব্বাহক সভাই ভাবি চিন্তি স্থিৰ কৰে! মোৰ বেলিকা এই নিয়মৰ ব্যতিক্ৰম।

মোক যি বাৰ উপাধি দিয়ে, সেই বছৰ বাৰ্ষিক অধিবেশনৰ সভাপতি আছিল শ্ৰীহট্ট গৱৰ্ণমেণ্ট সংস্কৃত কলেজৰ অধ্যক্ষ হংসনাথ স্মৃতিতীৰ্থ মহাশয়। আন আন কাৰ্য্যৰ পাছত উপাধি দিবৰ সময়ত তেখেতে নিজে হঠাতে মোক বিদ্যাবিশাৰদ উপাধি দিয়া বুলি ঘোষণা কৰিলে। মই নিজে সভাৰ সভাপতি হৈ থকাতে মোৰ অজ্ঞাতে মোৰ নাম প্ৰস্তাৱ কৰাত মই আচৰিত হলো। লাজো পালো— কিজানি কোনোবাই মোৰ ইঙ্গিত থকা বুলি ভাবে; আনহাতে মই নিজে সভাপতি হৈ বাৰ্ষিক অধিবেশৰ সভাপতি স্বৰূপে যিজন বিশিষ্ট পণ্ডিতক আহ্বান কৰি আনিছো তেখেতৰ কথা অসন্মাননা কৰাৰ ধৃষ্টতাও মোৰ নহল। গতিকে সিদিনাৰ পৰা মই বিদ্যা-বিশাৰদ হলো।

[২]

মোৰ উপাধি থাকিলেও বহুদিনলৈ উপাধিবোৰ নামৰ পাছত ব্যৱহাৰ কৰা নাছিলো। পাছত ক্ৰমে ক্ৰমে মোৰ উপাধি নামৰ পাছত কেনেকৈ ব্যৱহাৰ হল এতিয়া তাকে কথা লিখিব ওলালো।

কলিকতাৰ সংস্কৃত বোৰ্ডৰ এখন কেন্দ্ৰ সভাৰ অধীনত

থাকিব লাগে। তাৰ পাছত ক্ৰমে নিয়ম হ'ল যে যি সভাৰ অধীনত কেন্দ্ৰ থাকিব কেন্দ্ৰৰ যাবতীয় খৰছ আৰু কেতিয়াবা সংস্কৃত বোৰ্ডৰ পৰা কেন্দ্ৰৰ বিষয়ে কোন কামত কলিকতাৰ পৰা পৰিদৰ্শক আহিলে তাৰো খৰছ সভাই বহন কৰিব লাগে সভাৰ সম্পাদক আৰু সভাপতিৰ সংস্কৃত বিদ্যাৰ উপাধি থাকিব লাগে।' যি সময়ৰ কথা হল, তেতিয়া সংস্কৃত সঞ্জীৱনীৰ গুৱাকুছি দৰ্শন টোলৰ অধ্যাপক ৺ৰঘুনাথ শিৰোমণি। ৰঘুনাথ শিৰোমণি আৰু আমাৰ সমনীয়া বয়সৰ আন আন পণ্ডিত লোকেও মোৰ বিদ্যাৰত্ন উপাধি লাভৰ কথা জানে। গতিকে সংস্কৃত সঞ্জীৱনী সভাৰ স্থায়ী সভাপতিৰ নামৰ পাছত তেওঁলোকে বিদ্যাৰত্ন উপাধি যোগ কৰি দিলে।।

হাজোৰ মাধব দেৱালয় পূৰ্ব্বকালত বৌদ্ধ মন্দিৰ আছিল। হয়গ্ৰীব মাধবত বিশ্বাসৰ বস্তু বুলি এবিধ বস্তু আছে। তাক হাজো দেৱালয়ৰ বিশ্বাসী কৈদৰ প্ৰধান জনৰ বাহিৰে আনে নাজানে। অনেক ঐতিহাসিক পণ্ডিতৰ মতে সেই বিশ্বাসৰ বস্তু বুদ্ধদেৱৰ অস্থি বা দাঁত এনে এবিধৰ বাহিৰে আন একো নহয়। হাজো প্ৰাচীন কালত বৌদ্ধ মন্দিৰ থাকিলেও ভাৰতবৰ্ষৰ আন আন ঠাইৰ অনেক বৌদ্ধ মন্দিৰ যেনেকৈ হিন্দু মন্দিৰত ৰূপান্তৰিত হৈছে, হাজোৰ হয়গ্ৰীব মাধবৰ মন্দিৰও তেনেকৈ কোনোবা স্মৰনাতীত কালতে হিন্দু মন্দিৰত ৰূপান্তৰিত হৈছে। ভোটানৰ পৰা বৌদ্ধ ধৰ্মাৱলম্বী তিব্বতী আৰু ভুটীয়া বিলাক মহামুনি দৰ্শনৰ বাবে বছৰি হাজোলৈ আহে। তেওঁলোকে কাৰো বাধা নিষেধৰ প্ৰতি ভ্ৰূক্ষেপ নকৰাকৈ মন্দিৰৰ ভিতৰত প্ৰবেশ কৰে আৰু তেওঁলোকৰ নিয়ম অনুসাৰে পূজা কৰে। অথচ দেৱালয়ৰ পাইক হাজোৰ চিৰন্তন বাসিন্দা বহুতো লোকক মন্দিৰত প্ৰবেশ কৰিব দিয়া নহয়।

এই বৈষম্যমূলক নীতি আঁতৰাবৰ কাৰণে হাজোৰ দেৱালয়ৰ মেনেজিং কমিটিৰ সেই সময়ৰ উৎসাহী সভ্য ৺শ্ৰদ্ধাচৰণ চৌধুৰীৰ ভিতৰত উদ্‌গনিত বহুতো লোকে আন্দোলন কৰিব ধৰিলে। তেওঁলোকে সকলো এদিন গোট খাই জগমোহনলৈ সোমাই গল। ফলত হিন্দু ধৰ্মৰ মীমাংসা কৰিবলৈ বিধৰ্মী ইংৰাজীৰ আদালতত উপস্থিত হল। এই মোকৰ্দ্দমাত শাস্ত্ৰীয় ব্যৱস্থাৰ আৱশ্যক হল। এই লোকসকলৰ মন্দিৰ প্ৰৱেশত যে দোষ নাই এই সম্বন্ধে ৺শ্ৰদ্ধাচৰণ চৌধুৰীয়ে মোৰ পৰা এখন ব্যৱস্থা নিলে আৰু মোক আদালতত সাক্ষী মান্য কৰিলে। ৺শ্ৰদ্ধাচৰণ চৌধুৰী মোৰ ধৰ্মভূষণ উপাধি থকাৰ কথা জানে। তেওঁ সাক্ষীৰ চমনত মোৰ নামৰ পাছত ধৰ্মভূষণ উপাধিও লিখি দিলে। বোধৰো ধৰ্মভূষণৰ ব্যৱস্থা ধৰ্মসম্বন্ধে বলবৎ হব বুলি তেওঁ ভাবিছিল। কিন্তু আদালতত গৈ মোৰ সাক্ষী কোৱা নহল। তাৰ আগতে মোকৰ্দ্দমা মিত-মাত হল। মিতমাতৰ সকলো সৰ্ত্ত মোৰ মনত ঠিককৈ এতিয়া নাই। তথাপি মনত আছে যে মন্দিৰত প্ৰবেশ কৰাত যি বাধা আছিল সেই বাধা আঁতৰিল।

হৰিনাৰায়ণ বৰুৱাই নতুন প্ৰেছ স্থাপন কৰি তেওঁৰ মাকৰ নামে প্ৰেছৰ নাম উমা প্ৰেছ ৰাখিলে আৰু সেই প্ৰেছত ছপা কৰি মোক একহাজাৰ চিঠিৰ কাগজ (ৰাইটিং পেড) উপহাৰ দিলে। তেতিয়াৰ পৰা মই সেই ৰকম ছপা কাগজতে চিঠি পত্ৰ লিখো। গতিকে মোৰ তিনিওটা উপাধি— বিদ্যাৰত্ন, ধৰ্মভূষণ, বিদ্যাবিশাৰদ বেছিকৈ জনাজাত হল। অনেক সময়ত নিজৰ উপাধি নিজে ছপাই লৈ সেই কাগজত চিঠি পত্ৰ লিখিব সঙ্কোচ বোধ হয়। তথাপি আধুনিক কালৰ এই ৰীতি মানি ৰাইটিং পেডতে চিঠি লিখি আছো। এই

ৰথাকেই ৰূপান্তৰিত কৰি কলে কোৱা হয়,-"নিজৰ ঢোল নিজে বজোৱা।

[৫]

সৰুৰে পৰা মোৰ সাহিত্যৰ প্ৰতি ৰাপ আছিল। সৰু গোসাইৰ সৈতে লগ লাগি সৰুকালতে দুই চাৰিটা প্ৰৱন্ধ লিখিছিলো। কবিতা লিখাত মই অপৰাগ হলেও বালক-সুলভ চপলতাৰ বাবে আখৰ গণি গণি, পদ আৰু লেচাৰী, দুলৰী ছন্দত দুই চাৰিটা কবিতা লিখিছিলো। সেইবোৰ নষ্ট হৈ গৈছে। ৰখাৰ উপযুক্ত নাছিল। বয়স হোৱাত কালিদাসৰ বিখ্যাত ঋতুসংহাৰ কাব্যৰ গ্ৰীষ্মবৰ্ণন, বৰ্ষাবৰ্ণন আৰু শৰৎবৰ্ণন পদত অনুবাদ কৰিছিলো। ভাল নহলেও বেয়া হোৱা নাছিল। পাণ্ডুলিপি এতিয়াও পুৰণি কাগজৰ টোপ্লো-লাত থাকিব পাৰে। ইয়াৰ পাছত কালিদাৰ দ্বাত্ৰিংশৎ পুত্তলিকাৰ অনুবাদ গদ্য আৰু পদ্যত লিখো। কথাখিনি গদ্যত আৰু শ্লোকখিনি পদ্যত। এই কিতাপ প্ৰকাশ নহলেও এতিয়াও ইয়াৰ কিছু অংশ মোৰ হাতত আছে।

সৰু গোসাই নলবাৰী স্কুলত পঢ়োতেই অঙ্কুৰ নাম দি হাতে লিখা মাহেকীয়া পত্ৰিকা এখন সম্পাদন কৰিছিল। "ভাঙ্গুৰী কীৰ্ত্তন" লিখাৰ বাবেই ৰবভাঙ্গুৰীৰ চিঠি নাম দি তাত মই প্ৰৱন্ধ লিখিছিলো। এই প্ৰৱন্ধবোৰত বঙ্কিম চেটাৰ্জী, কমলাকান্তৰ অনুকৰণৰ স্পৃহা মোৰ অন্তৰত আছিল।

এই সময়ত লিখা অনেক প্ৰৱন্ধ নকল কৰাৰ হেলাত আৰু যত্ন নকৰাৰ বাবে নষ্ট হৈছে। এবাৰ অনেক কাগজ পত্ৰ উইপোকাই খোৱাৰ পৰাও অনেক নষ্ট হৈ গৈছে।

সেই বাবে মোৰ কোনো অনুশোচনা নাই। মই কোনো খ্যাতি-প্ৰতিপত্তি নাইবা অৰ্থলাভৰ আশাত সেইবোৰ লিখা নাছিলো। এই বোৰ লিখাৰ পৰা লোকৰ হিত হব বুলিও মই ভবা নাছিলো। এইবোৰ লিখাৰ বাবেই লিখিছিলো।

[ ৬ ]

সাহিত্যৰ ক্ষেত্ৰত প্ৰৱেশ কৰিয়েই বুজিলো যে কামৰূপী ভাষা অচল। সেই সময়ৰ সাহিত্য ক্ষেত্ৰৰ মহাৰথী ৺ৰায়-বাহাদুৰ পদ্মনাথ গোহাইবৰুৱা, ৺সত্যনাথ বৰা প্ৰভৃতিৰ মতে অলপ সংস্কৃতমূলক শব্দ লিখিব গলেই নাইবা কামৰূপত প্ৰচলিত কোনো শব্দৰ প্ৰয়োগ কৰিলেই সাহিত্য অচল আৰু অসমীয়া সাহিত্যৰ জঞ্জাল। এওঁলোকৰ এনে ব্যৱহাৰৰ উদ্দেশ্য বোধকৰো এইটোই আছিল যে কিজানি তেওঁলোকৰ লিখাৰ ঠাচৰ অলপ লৰচৰ কৰিলেই লিখাটো বঙ্গালী হৈ পৰে আৰু বঙ্গালী লোকে অসমীয়া ভাষাটো বঙালীৰে এটা অপভ্ৰংশ বুলি প্ৰমাণ কৰিবলৈ সুযোগ পায়।

এনে ব্যৱহাৰ মোৰ পক্ষে অসহনীয় হৈ পৰিল আৰু ৺পদ্মনাথ গোহাইবৰুৱা, ৺সত্যনাথ বৰা প্ৰভৃতিহে অসমীয়া সাহিত্যৰ একমাত্ৰ প্ৰমাণিক আৰু আধুনিক লিখক অৰ্থাৎ তেওঁলোকৰ পাছত যিবিলাকে "কলম বাজী" কৰিব, তেওঁলোকৰ কোনো মূল্য নাই এই কথাও মই মানি লব নোৱাৰিছিলো।

সেই সময়ত তাৰানাথ চক্ৰবৰ্ত্তী কাব্যবিনোদ আৰু মোৰ বাহিৰে কামৰূপৰ গাৱঁত থাকি সাহিত্যৰ চৰ্চ্চা কৰা আন কোন লোক নাছিল। কামৰূপীয়া যি দুই চাৰিজনে অলপ

লিখ' পঢ়া নাইবা কিতাপ পত্র লিখিব আৰাম্ভ কৰিছিল তেওঁলোক সবলো প্ৰায় নগৰবাসী আছিল। দুই এজন গাৱঁৰ মানুহ হলেও তেওঁলোকো চাকৰি আদিৰ বাবে নগৰত আছিল। তেওঁলোকে কিতাপ পত্ৰ লিখিছিল অৰ্থ লাভৰ কাৰণে আৰু তেওঁলোকৰ আদৰ্শও আছিল সেই সময়ৰ সাহিত্যৰ মহাৰথীসকল। গতিকে তেওঁলোকৰ কামৰূপী শব্দ প্ৰয়োগৰ ইচ্ছা থাকিলেও প্ৰতিষ্ঠিত নোহোৱাৰ ভয়ত আৰু উজনি, নামনি সকলোতে সমানে প্ৰিয় পাত্ৰ হবৰ ইচ্ছা থকা গতিকে সেই সম্বন্ধে তেওঁলোক বিশেষ কোনো মতামত দিয়া নাছিল। স্কুলীয়া কিতাপৰ বাহিৰৰ কেতিয়াবা প্ৰৱন্ধ আদি লিখিলেও "জোনাকী"ত বহু পৰিবৰ্ত্তনৰ পাছতহে ৰূপ সলাই প্ৰকাশ হৈছিল। সেই কাৰণে জোনাকীত মই কোনো প্ৰৱন্ধ লিখা নাছিলো। তাৰানাথ চক্ৰবৰ্ত্তীও খুব সম্ভৱ জোনাকীত লিখা নাছিল। অৱস্থাৰ প্ৰতিকাৰৰ নিমিত্তে চক্ৰবৰ্ত্তীৰ সৈতে পৰামৰ্শ কৰি "আসাম বান্ধৱ" প্ৰকাশ কৰিলো। চক্ৰবৰ্ত্তী মোৰ বাল্যবন্ধু, পঢ়াকালৰ সঙ্গী আৰু অনেক কামত সহকৰ্ম্মী। চক্ৰবৰ্ত্তী অতিশয় বুদ্ধিমান লোক। "আসাম বান্ধৱ" পত্ৰিকাত চৰম পন্থী ৰূপে তেওঁ দেখা দিলে।

চক্ৰবৰ্ত্তী তেতিয়া নগাওঁ হাইস্কুলৰ হেড্ পণ্ডিত, ঘৰত আন কোনো লেঠা নাই। একাগ্ৰচিত্তীয়া ভাবে বান্ধৱৰ কাম কৰিব পাৰিব কাৰণে তেওঁক সম্পাদক পতা হল। মোৰ অৱসৰ কম, গৃহস্থালীৰ জঞ্জাল, বেছি ভাগ সময় দিহাঙে দীপাঙে ফুৰি থাকিব লাগে গতিকে মই সহকাৰী সম্পাদক হেলা।

আমাৰ কাগজৰ "আসাম বান্ধৱ" নাম ৰখাৰ হেতু আছিল ঢাকাৰ কালীপ্ৰসন্ন ঘোষৰ 'বান্ধৱ" পত্ৰিকাৰ প্ৰতি

আমাৰ বিশেষ আগ্ৰহ আছিল। বোধকৰো সেই কাৰণেই বান্ধব নামটোৰ প্ৰতি আমাৰ স্বাভাৱিক আকৰ্ষণ আছিল।

আসাম বান্ধব প্ৰথম সংখ্যা প্ৰকাশ হল। প্ৰথম সংখ্যাতে মোৰ "কৃত্তীৰ কলঙ্ক" বুলি ৰামায়ণৰ সমালোচনা-মূলক এটা প্ৰবন্ধ ওলাল। ইয়াৰ আগতে বাল্মিকী ৰামায়ণ (মুল) দুইবাৰ পঢ়া আছিল; গতিকে প্ৰবন্ধটো লিখাত বেছি টান পোৱা নাছিলো। প্ৰবন্ধ ভাল হল। অনেকে প্ৰবন্ধৰ বাবে মোক অভিনন্দন জনালে। এতিয়াও কোনো কোনো লিখকে মোৰ সেই প্ৰবন্ধ তেওঁলোকৰ কিতাপত উদ্ধৃত কৰিছে।

দ্বিতীয় সংখ্যাৰ পাছতে প্ৰেচৰ গোলমালত আসাম বান্ধবৰ প্ৰকাশ বন্ধ হল। আমাৰ মনত অতিশয় দুখ হল। কাগজ ছপা হৈছিল কলিকতাৰ অধৰ চন্দ্ৰ বসু বুলি এজন লোকৰ প্ৰেছত। তেতিয়া সেই প্ৰেছত অসমীয়া বহুকিতাপ ছপা হৈছিল। একো উপায় নাপাই চক্ৰবৰ্ত্তী আৰু মই অধৰ বাবুৰ লগত বন্দোবস্ত কৰিবৰ কাৰণে কলিকতালৈ গলো। তাৰ আগেয়ে মই কলিকতালৈ যোৱা নাছিলো। চক্ৰবৰ্ত্তী কলিকতাৰ ৺মহামহোপাধ্যায় বিজয় ৰত্ন সেনৰ তাত কেইবা বছৰো থাকি কবিৰাজী পঢ়িছিল। সেই কাৰণে কলিকতাৰ অভিজ্ঞতা তেওঁৰ আছিল।

ষ্টেচনৰ পৰা পোনে পোনেই চক্ৰবৰ্ত্তীৰ নিৰ্দ্দেশ অনু-সাৰে অধৰ বাবুৰ ঘৰ পালো। আমি গৈ পোৱাৰ অলপ পাচতেই অধৰ বাবু বিহাৰৰ কোনোবা ঠাইলৈ জীয়েকৰ ঘৰলৈ গ'ল। আমাক কৈ গল যে আসাম মেচত থাকিব পাৰিম। আমাৰ অহা কথা তেওঁ আসাম মেচত জনাইছে।

অগত্যা কোন উপায় নাপাই আমি আসাম মেচলৈ

ফিৰিলো। বাটতে অন্নপূৰ্ণা হোটেল বুলি এটা হোটেলত ভাত খালো। দক্ষিণা সহ পইচা মাত্ৰ। দুদিনীয়া ভোকত ভাত খাই ভাল পালো। এই মোৰ প্ৰথম হোটেলত ভাত খোৱা। মনত কোনো সংস্কাৰ নথকাৰ কাৰণে একো আমনি নাপালো। চক্ৰবৰ্ত্তীয়ে কলে তেওঁ হেনো ছাত্ৰ অৱস্থাত কলিকতাত থকাত মাজে মাজে এই হোটেলত ভাত খাইছিল।

আসাম মেচত (তেতিয়াৰ অপৰিচিত) বাগ্মীবৰ শ্ৰীযুত নীল মনি ফুকন, ৺লক্ষেশ্বৰ বৰঠাকুৰ, ভোলানাথ কাকতি, ডিব্ৰুগড়ৰ গনেশ দত্ত প্ৰভৃতিক লগ পালো। তেওঁলোকে আমাক সাদৰি ললে। সেই সময়ত পূজাৰ বাবে কলেজ বন্ধ থকাত মেচত বিশেষ হটুগোল নাছিল। আমি আশ্ৰয় পাই পৰম আনন্দিত হলো। সিদিনা পূৰ্ণ বিশ্ৰাম। তাৰ পাছদিনাৰ পৰা প্ৰেছ বন্দবস্ত কৰা কামত লাগি গলো। কলিকতাৰ তলী--নলী চক্ৰবৰ্ত্তীৰ ভালদৰে জনা থকাৰ কাৰণে আমাৰ কোনো অসুবিধা নহল। মেচৰ অসমীয়া কেইজনেও আৱশ্যকীয় সাহায্য কৰিছিল।

শেষত নেচনেল প্ৰেছ বুলি এটা প্ৰেছত বান্ধৱ ছপাৰ বন্দবস্ত কৰা হল। তেওঁলোকৰ লগত এখন চুক্তি পত্ৰও কৰা হল। আমি প্ৰতি সংখ্যা বান্ধৱৰ পাণ্ডুলিপি কিমান দিন আগতে পঠাম আৰু পাণ্ডুলিপি পোৱাৰ কিমান দিনত ছপা কৰি দিব, প্ৰতি সংখ্যাৰ বাবে কিমান টকা দিব লাগিব ইত্যাদি কথা চুক্তি পত্ৰত বিশদ ভাবে লিখা থাকিল। এনেবোৰ খুটি-নাতি কথাত চক্ৰবৰ্ত্তীতকৈ মই পৈণত আছিলো। চক্ৰবৰ্ত্তী এই বিলাক কথালৈ বিশেষ মন-কাণ নকৰিছিল। সকলো কথাকে তেওঁ নিজৰ কথাৰ নিচিনা ভাবে।

প্ৰেছৰ বন্দবস্ত হোৱাৰ ৫।৭ দিন পাছত আমি

নলবাৰীলৈ উভতিলো। এই ৫।৭ দিনৰ ভিতৰত ঘূৰি ঘূৰি কলিকতা চালো। চক্ৰবৰ্ত্তীয়ে মোক কলিকতা দেখুৱালে। কুমাৰটুলীৰ মহামহোপাধ্যায় বিজয় ৰত্ন সেনৰ ঘৰলৈও এবাৰ গৈছিলো। তেতিয়া বিজয়ৰত্ন নাই। তেওঁৰ পুত্ৰ কবিৰাজ হেমচন্দ্ৰ আছিল। বান্ধবৰ ভঁৰালৰ পৰা কোনো খৰচ কৰা নাছিলো। খৰছ কৰিবলৈ বান্ধব ভঁৰালও একো নাছিল।

কষ পাহৰিছিলো এই সুযোগতে আমি হাওৰালৈ গৈ অসম সাহিত্যাকাশৰ পূৰ্ণ চন্দ্ৰ ৺লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ লগত দেখা কৰো। তেখেতে আমাৰ নাম বান্ধবৰ সংশ্ৰৱত আগৰ পৰাই জানিছিল। পৰিচয় দিয়াত পৰম সন্তোষ পালে। আমি কলিকতালৈ যোৱাৰ কাৰণ জানি বান্ধবৰ প্ৰকাশ আৰু পৰিচালনা সম্বন্ধে কথাচ্ছলে আমাক বহু উপদেশ দিলে। আহিবৰ সময়ত কলে "মই ব্ৰাহ্ম; মোৰ ঘৰত খাবলৈ আপত্তি নাথাকিলে আজি ইয়াতে আপোনালোকক খাই যোৱাৰ অনুৰোধ কৰিব পাৰোনে ?" আমাৰ সময়ৰ অভাৱত তেখেতৰ এই অনুৰোধ ৰক্ষা কৰিব নোৱাৰি দুঃখিত হলো। আমি তাৰ পিছদিনাখনেই ফিৰিম বুলি টালি-টোপোলা বান্ধি থৈছিলো। বাকী কাম খিনি সেই দিনাই শেষ কৰিব লাগিব। হাওৰাত খাই বৈ আহিলে আৰু এদিন কলিকতাত থাকিব লগা হব বুলি কোৱাত তেখেতে বিশেষ জোৰ নকৰি আমাক চাহ জলপানেৰে পেট ভৰাই খুৱাই বিদায় দিলে। তেতিয়াৰ পৰা বেজবৰুৱা ডাঙৰীয়াৰ লগত যেতিয়াই দেখা হোৱাৰ সুযোগ হৈছিল, তেতিয়াই তেখেতে অতি মৰম লগা মৌসনা মাতেৰে মোক অভ্যৰ্থনা কৰিছিল আৰু অনেক সময়ত সৰু গোসাই আৰু মোৰ কথা ভাতৃদ্বয় বুলি উল্লেখ কৰিছিল।

কলিকতাত ছপাৰ বন্দবস্ত কৰি অহাৰ পাছৰ পৰা

বান্ধৱ মহাপয়োভৰে চলিব ধৰিলে। অধিকাংশ চক্ৰবৰ্ত্তীৰ নিজৰ লিখা। মোৰ লিখা আৰু আন দুই জনৰ লিখাও প্ৰকাশ হবলৈ ধৰিলে। চক্ৰবৰ্ত্তীৰ লিখা ধৰাল আছিল। সেই সময়ৰ তেজপুৰ গবৰ্ণমেণ্ট হাইস্কুলৰ সংস্কৃত পণ্ডিত লক্ষ্মীকান্ত মিশ্ৰ মহাশয়ো বান্ধৱৰ নিয়মিত লেখক হল। এওঁৰ বাগো চোকা আছিল। ক্ৰমে বাঁহী আৰু বান্ধৱৰ ভিতৰত কথা কটা কাটি আৰম্ভ হল। পৰবৰ্ত্তী কালত এই কথা কটা কাটিবোৰ বৰ উপভোগ্য হৈছিল। বান্ধৱৰ পুৰণি সংখ্যা পঢ়িলে এতিয়াও সেইবোৰ কথাৰ ৰস অনেকে উপভোগ কৰিব পাৰিব।

এই দৰে আসাম বান্ধৱৰ চেষ্টাত উজনি আৰু কামৰূপৰ ভাষাৰ ভিতৰত সামঞ্জস্য বিধান কৰিবৰ বাবে কিছুমান জ্ঞানী আৰু গুনীলোকে চেষ্টা আৰম্ভ কৰিলে। তাৰ ভিতৰত মোৰ সৰু ভাই শৰৎ চন্দ্ৰ গোস্বামী, চন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্ন প্ৰভৃতি প্ৰধান আছিল। সেই কথা পাছলৈ থলো। সম্প্ৰতি আসাম বান্ধৱৰ কথাকে শেষ কৰো।

আসাম বান্ধৱ প্ৰকাশ কৰাৰ সময়ত প্ৰবল উৎসাহৰ কাৰণে টকা কড়িৰ ফালৰ পৰা কোনো চিন্তা কৰা নাছিলো; ভাবিছিলো কাগজ ওলালে গ্ৰাহকৰ পৰা টকা পাম, কাগজ চলি থাকিব। কাগজ ওলালে যে অনেকে কিনি নপঢ়ে আৰু অনেকে বাকীকৈ কিনি পাছত টকা নিদিয়ে আৰু অনেকে টকা দিবৰ সময়ত টকা নিদিবৰ কাৰনে নানা চল-ছুতা উলিয়াই, এইবোৰ কথা আমাৰ সম্পূৰ্ণ অজ্ঞাত আছিল। গতিকে আসাম বান্ধৱৰ অৰ্থ কৃচ্ছতা উপস্থিত হল। মোৰ আৰু সম্পাদক চক্ৰবৰ্ত্তীৰ আৰ্থিক অৱস্থাও ভাল নাছিল। দামো আসাম বান্ধৱৰ প্ৰতি সংখ্যাত মাত্ৰ দুই আনা আছিল।

এনে অৱস্থাত পৰি আসাম বান্ধবৰ প্ৰকাশ অনিয়মিত হব ধৰিলে। এই কথা জানিব পাৰি স্বনামধন্য হৰেকৃষ্ণ দাস ডাক্তৰ মহাশয়, ৰায়বাহাদুৰ কালিৰাম মেধি এম, এ, তত্বনিধি, ভৰত চন্দ্ৰ দাস বি, এ প্ৰভৃতিয়ে উপযাচি যোগ দিলে। তেওঁলোক তেতিয়া সকলোৱে চৰকাৰী কাৰ্য্য সূত্ৰে ডিব্ৰুগড়ত লগ লাগিছিল। তেওঁলোকে এখন বোৰ্ড কৰি আসাম বান্ধবৰ আৰ্থিক দায়িত্ব গ্ৰহণ কৰি আসাম বান্ধবৰ অফিচ ডিব্ৰুগড়লৈ তুলি নিলে। লগতে সম্পাদকেও চুটিলৈ ডিব্ৰুগড় পালেগৈ। ডিব্ৰুগড়ত ৰায় চাহাব গঙ্গাৰাম চৌধুৰী আসাম বান্ধবৰ প্ৰকাশক আৰু তেওঁৰ ঘৰতে অফিচ আৰু সম্পাদকৰ থকা ঠাইও নিৰ্দ্দিষ্ট হল।

মোৰ ঘৰুৱা জঞ্জাল বেছি হোৱাত আৰু দূৰৈত বান্ধবৰ অফিচ হোৱা বাবে বান্ধবৰ বাবে মই লাগি যাচি কাম কৰিব নোৱাৰা হেতু বান্ধবৰ সহকাৰী সম্পাদক পদ এৰিলো। মোৰ ঠাইত অম্বিকাগিৰি ৰায় চৌধুৰী হল সহকাৰী সম্পাদক। সম্পাদকেও ডিব্ৰুগড় এৰি আহিব লগীয়া হোৱাত ৰায়চৌধুৰীয়ে সম্পাদক ৰূপে কিছুদিন কাম কৰাৰ পাছত তেৱো গুৱাহাটীলৈ আহিব লগা হোৱাত ডাক্তৰ দাসেই সম্পাদক হৈ কেই সংখ্যা মান কাগজ উলিয়ালে। তাৰ পাছত আসাম বান্ধবৰ প্ৰয়োজন সিদ্ধি হোৱাত অৰ্থাৎ উজনি আৰু নামনিৰ ভাষাৰ ভেদ ভাব নাৰাখি সাহিত্যত নামনি আৰু উজনিৰ ভাল ভাল শব্দ, কথা আৰু ভাববোৰ সাহিত্যত সমানে প্ৰবেশ লাভ কৰাৰ অধিকাৰ পোৱাত আসাম বান্ধবৰ প্ৰকাশ বন্ধ হল।

( ৭ )

আসাম বান্ধবত প্ৰকাশ কৰিবলৈ মই বহুতো প্ৰবন্ধ



তিনি কুৰি বয়সত – ঘৰুৱা পৰিবেশত

লিখিছিলো। তাৰ ভিতৰত কিছুমান আসাম বান্ধৱত প্ৰকাশ হৈছিল; কিছুমান নকল কৰাৰ হেলাতে ঘৰতে পৰি থাকিল। আকৌ কিছুমান কৰবাত কিবা হল। অৰ্থাভাৱ বশতঃ বান্ধৱৰ প্ৰথম অৱস্থাত কোনো অফিচ নাছিল। সম্পাদকেই সকলো কৰিব লগা আছিল। সম্পাদক চক্ৰবৰ্ত্তীও সোপা ঢিলা ৰকমৰ লোক গতিকে বান্ধৱৰ কাৰ্য্যকৰ্ত্তাৰ দোষতও কিছু হেৰাল। ইয়াৰ পছেতো মই অনেক প্ৰবন্ধ লিখি সাময়িক আলোচনীত প্ৰকাশ কৰিছিলো। এইবোৰ প্ৰবন্ধ প্ৰায় চেতনা, নব জেউতি, আসাম সাহিত্য সভাৰ পত্ৰিকা, আৱাহনত প্ৰকাশ হৈছিল; আৰু সকলো প্ৰবন্ধ সম্পাদকৰ অনুৰোধত লিখিছিলো। উত্তৰ-বঙ্গ সাহিত্য সম্মিলনৰ এটা বাৰ্ষিক অধিবেশন কামাখ্যাধামত হৈছিল। তাৰ অভ্যাৰ্থনা সমিটিৰ সভাপতি আছিল গৱৰ্ণমেণ্ট উকীল ৰায়বাহাদুৰ কালিচৰণ সেন। সভাপতি আছিল ৰাজ-সাহীৰ শশধৰ ৰায়। শশধৰ ৰায় নৃতত্ত্ববিদ আছিল। সেই সভালৈ বিনয় কুমাৰ সৰকাৰ, মহামহোপাধ্যায় বিধুভূষণ শাস্ত্ৰী, ৺ক্ষীৰোদ প্ৰসাদ বিদ্যাবিনোদ প্ৰভৃতি বঙ্গৰ বিশিষ্ট সাহিত্যিক সকল আহিছিল। অসমীয়াৰ ভিতৰত মই, তাৰানাথ চক্ৰবৰ্ত্তী আৰু ৺উত্তম চন্দ্ৰ বৰুৱা এই তিনিজনে মাত্ৰ উৎসাহেৰে যোগ দিছিলো।

অভ্যাৰ্থনা সমিতিৰ সম্পাদকৰ পুৰ্ব্বৰ অনুৰোধ অনুসাৰে এই সভাত মই কামৰূপৰ কলিতা জাতিৰ সম্বন্ধে এটা প্ৰবন্ধ লিখি পাঠ কৰিছিলো। তেতিয়া মাত্ৰ নৃতত্ত্বৰ আলোচনা কিছু কিছু আৰম্ভ হৈছিল। নৃতত্ত্ব বিষয়ত এই প্ৰবন্ধ বিশেষ সহায়ক হব বুলি সভাপতি সভাৰ অন্তত প্ৰশংসা কৰিছিল।

এই সভাতে কামৰূপ অনুসন্ধান সমিতিৰ প্ৰথম

স্থাপিত হৈছিল। সম্পাদক আছিল ৰায়বাহাদুৰ কালীচৰণ সেন। সভ্য হল বঙ্গালী উৎসাহিত লোকসকল। ৺পদ্মনাথ বিদ্যা বিনোদ প্ৰভৃতিও এই সমিতিৰ সভ্য আছিল। অসমীয়াৰ ভিতৰত মোক আৰু ৺উত্তম চন্দ্ৰ সৰুৱাক সভ্য কৰি ললে। চক্ৰবৰ্ত্তী সভা আহিল নে নাই পাহৰিলে। তাৰ পাছত ৺ হেমচন্দ্ৰ গোস্বামীও এই সমিতিৰ সভ্য হৈছিল। কামৰূপ অনুসন্ধান সমিতিৰ সংশ্ৰৱত থাকি কামৰূপৰ অলিখিত ইতিহাস অৰ্থাৎ পুৰণি আলি-পদূলি, পুখুৰী মঠ-মন্দিৰ, শিলৰ মুৰ্ত্তি ইত্যাদিৰ বিষয়ে সময়ে সময়ে অনুসন্ধান কৰিব ধৰিলো আৰু তাৰ ফলতে পৰবৰ্ত্তী কালত "কামৰূপ বুৰঞ্জীৰ আহিলা পাতি" বুলি এক গ্ৰন্থ প্ৰৱন্ধ আৱাহনত প্ৰকাশ কৰো। কামৰূপৰ বুৰঞ্জীৰ আহিলা পাতি সম্বন্ধে এতিয়াও মাজে সময়ে প্ৰবন্ধ লিখি আছো। এই বিষয়ে মোৰ টোকা বহীৰ বহুতো অংশ প্ৰকাশ হবলৈ বাকী আছে।

এই সময়তে ৺অচ্যুত চৰণ চৌধুৰীৰ শ্ৰীহট্টৰ ইতিহাসৰ নিচিনা কামৰূপৰ ইতিহাস এখন লিখিবৰ মন কৰি মানুহৰ পৰা সমল বিচাৰি এখন প্ৰচাৰ পত্ৰ প্ৰচাৰ কৰো ইয়াত মোৰ, সৰু গোসাইৰ আৰু এতিয়াৰ গুৱাহাটীৰ গবৰ্ণমেণ্ট উকীল কালিচৰণ বৰ্ম্মণৰ নামো আছিল। কিন্তু কাৰো পৰা একো সহায় পোৱা নগল। এই সম্বন্ধে অলপীয়া হলেও যি অনুসন্ধান কৰিলো অকলে; আন দুজনে একো নকৰিলে। গতিকে সম্পূৰ্ণ ইতিহাস লিখা কথা এতিয়াও বাকী ৰল। তথাপি আয়ু পালে সংক্ষেপ হলেও এই ইতিহাস লিখিবৰ মোৰ ইচ্ছা আছে।

আসাম বান্ধৱ আৰু বাহীত মহাপুৰুষীয়া আৰু দামোদৰীয়া ধৰ্ম্ম বিষয়ে বহুতো প্ৰবন্ধ ওলাইছিল। প্ৰকৃততে দুয়ো

সম্প্ৰদায়ৰ ভিতৰত মতবৈষম্যৰ কাৰণ বিশেষ একো নাছিল।

এই বিবাদৰ কাৰণে চৈতন্য দেৱৰ ধৰ্ম্ম সম্বন্ধেও বাহ্বিত অনেক কথা প্ৰকাশ হৈছিল। এটা সম্প্ৰদায়ে চৈতন্য দেৱকে আসামৰ প্ৰচলিত বৈষ্ণৱ ধৰ্ম্মৰ মূল প্ৰচাৰক বুলি মানিছিল। চৈতন্য দেৱৰ জীৱনী সম্বন্ধে সেই সময়ৰ অসমীয়া ভাষাত কোনো পুথি নথকাৰ কাৰণে "মই চৈতন্য দেৱ" লিখি প্ৰকাশ কৰো। এই পুথি গবৰ্ণমেণ্টৰ পৰা প্ৰাইজ আৰু লাইব্ৰেৰী বুক ৰূপে নিৰ্ব্বাচিত হৈছিল। এই কিতাপ প্ৰকাশ হোৱাৰ এক বছৰ মানতে শেষ হৈ গৈছে। অসমীয়া ভাষাত এনে ধৰণে এটা সংস্কৰণ এবছৰৰ ভিতৰতে শেষ হোৱা কিতাপ তেতিয়া নাছিলে।

সংস্কৃত প্ৰথম পৰীক্ষাৰ মাতৃ ভাষাৰ পাঠ্য স্বৰূপে শ্ৰীহট্টৰ ছাত্ৰ সকলে ৺ভূদেব চট্টোপাধ্যায়ৰ কিতাপ পঢ়ে। টোলৰ ছাত্ৰৰ বাবে এইখন বিশেষ উপযোগী কিতাপ। অসমীয়া ছাত্ৰৰ বাবে তেনে কোনো কিতাপ নথকাত প্ৰথমে "জ্ঞান সোপান" তাৰ পাছত "সাৰথী" পাঠ্যৰূপে নিৰ্ব্বাচিত হয়। এই কিতাপো টোলৰ ছাত্ৰৰ উপযোগী নহোৱাৰ কাৰণে সংস্কৃত বোৰ্ডৰ সভাপতিক সম্পাদক শ্ৰদ্ধাভাজন বনমালী বেদান্ততীৰ্থ এম, এ মহাশয়ে কোনো পণ্ডিতৰ দ্বাৰা এখন কিতাপ লিখাই প্ৰকাশ কৰিব অনুৰোধ কৰে। সেই অনুসৰি মোৰ মনেৰে যি সকল পণ্ডিতক মই উপযুক্ত বুলি ভাবোঁ তেওঁলোকক অনুৰোধ কৰাত কোনো ফল নাপালে। তাৰ পাছতো বনমালী বাবুৰ পৰা তাগিদা অহাত মইয়ে কোনো প্ৰকাৰে কৰি "দ্বাদশ প্ৰবন্ধ" বুলি এখন কিতাপ লিখি উলিয়ালো আৰু সংশোধনৰ বাবে বনমালী বাবুকে দিলো। তেওঁ উপযুক্ত সংশোধন কৰি ঘুৰাই পঠোৱাত কিতাপ খন সৰু গোসাইক দিলো। তেওঁ সকলো

বন্দবস্ত কৰি বৰুৱা এজেন্সীৰ হতুৱাই ছপালে। প্ৰুফ্ চোৱাৰ দোষত কিতাপত অনেক ভুল থাকি গ'ল। গতিকে এই সকু কিতাপ খনৰ বাবেই এখন শুদ্ধি পত্ৰ যোগ কৰি দিব লগা হল। শুদ্ধি পত্ৰ মইয়ে যুগত কৰি দিছিলো। এই কিতাপ আজিও সংস্কৃত টোলৰ প্ৰথম পৰীক্ষাৰ পাঠ্য ৰূপে চলি আছে। এই কিতাপৰ বাবে মই একো নাপালো।

'জাহ্নবী কীৰ্ত্তন" প্ৰকাশ হোৱাৰ কথা আগতে উল্লেখ কৰিছো। ইয়াৰ বাহিৰে আজিলৈ মোৰ কোনো কিতাপ প্ৰকাশ হোৱা নাই। অপ্ৰকাশিত অৱস্থাত মোৰ আৰু দুখন এখন কিতাপ আছে। তাৰ সংক্ষেপ বিৱৰণ তলত লিখিলো। কামৰূপৰ হৰদত্ত বীৰদত্তৰ বিদ্ৰোহ উপলক্ষে পদুম কুমাৰী নামে এখন উপন্যাস মই লিখিছিলো। এই কিতাপত বঙ্কিম চন্দ্ৰৰ আনন্দ মঠৰ ছা পৰিছিল। এই কিতাপ প্ৰকাশ হোৱাৰ আগয়ে ৺ৰজনী কান্ত বৰদলৈৰ দন্দুৱাদ্ৰোহ প্ৰকাশ হোৱাত আৰু দন্দুৱাদ্ৰোহ ভাল হোৱাত পদুম কুমাৰী পৰি থাকিল। এতিয়াও তাৰ কিছু অংশ মোৰ হাতত আছে।

কালিদাসৰ দ্বাত্ৰিংশৎ পুত্তলিকাৰ অনুবাদ এখন ছপাৰ পৰাকৈ যুগুত হৈ আছে। "বিবুধ মণ্ডলী" বুলি কামৰূপ সংস্কৃতজ্ঞ সকলৰ জীৱনী এখন সংগৃহীত হৈ আছে। এই কিতাপ সংস্কৃত সঞ্জীৱনী সভাৰ পক্ষৰ পৰা যুগুত কৰা হৈছিল। প্ৰাচীন সংস্কৃত পুথিৰ (আমাৰ দেশৰ চলিত) বিবৰণ মূলক এখন তালিকা ছপাবৰ বাবে যুগুত হৈও পৰি আছে। কামৰূপৰ বুৰঞ্জীৰো কিছু অংশ লিখাৰ পাছত এনেই পৰি আছে। ভাগবত ধৰ্ম বুলি এখন কিতাপো কিছু অংশ লিখাৰ পাছত সময়ৰ অভাব আৰু পৰিশ্ৰমৰ শক্তি কমাৰ বাবে এনেই পৰি আছে। এইখন পুথি মই শেষ কৰিব

নোৱাৰিম বুলি মোৰ সন্দেহ হৈছে।

শেষ আৰু তিনিটা বিশেষ প্ৰবন্ধ-যাক একোখনি সৰু কিতাপ বুলিব পাৰি তাৰে কথাকে এই অধ্যায় শেষ কৰিম। চামতা আৰু বেলশৰ অঞ্চলৰ কলিতা সকলে ক্ষত্ৰিয় বুলি বৰ্মন উপাধি গ্ৰহন কৰা কথালৈ এটা শ্ৰেণীত বিক্ষোভৰ সৃষ্টি হ'ল। চামতা, বেলশৰ, জাগাৰা, বলোৱা, নৰ্দ্দী, বনগাও প্ৰভৃত অঞ্চলত কিছু অশান্তিৰ সৃষ্টি হল। ক্ষত্ৰিয় বুলি দাবী কৰা কলিতাসকলৰ বিৰুদ্ধে সামাজিক ব্যৱস্থা লবলৈ চেষ্টা চলিল। নানা প্ৰলোভন আৰু ভয় দেখুৱাই ক্ষত্ৰিয়সকলে নিজৰ শাস্ত্ৰীয় ক্ৰিয়া কৰাই আছিল।

এই আন্দোলন উপলক্ষে ব্ৰাহ্মণ সকলৰ একতা আৰু সংগঠণৰ অভাব পৰিলক্ষিত হোৱাত চক্ৰবৰ্ত্তী প্ৰাচীন কামৰূপ ব্ৰাহ্মণ সমাজ স্থাপন কৰিলে আৰু মোক তাৰ স্থায়ী সভাপতি পাতিলে। ব্ৰাহ্মণ সকলৰ অনুৰোধত বিশেষকৈ পূজনীয় পণ্ডিত মণ্ডলীৰ আগ্ৰহত মই এই পদ গ্ৰহণ কৰিলোঁ। গতিকে প্ৰাচীন কামৰূপ ব্ৰাহ্মণ সমাজৰ সভাপতি স্বৰূপে মইও এই আন্দোলনত যোগ দিব দিব লগা হল। মই অৱশ্যে দুয়ো পক্ষৰ ভিতৰতে সামঞ্জস্যৰ পক্ষপাতি আছিলো। কিন্তু ব্ৰাহ্মণ সমাজৰ চৰম পন্থী সকলৰ আৰু কলিতা সমাজৰো চৰম পন্থী সকলৰ কাৰণে কোন প্ৰকাৰ সমিল মিল কৰিব পৰা নগল। এখন দুখন দেৱালয়ত কিছুমান পাইকৰ প্ৰবেশৰ অধিকাৰ লোপ কৰাবলৈ চেষ্টা চলিলে। এই মৰ্ম্মে ডিক্ৰী পাবৰ কাৰণে আদালতত মোকৰ্দমা উপস্থিত কৰিলে আৰু এবাৰ বিধৰ্ম্মী ইংৰাজৰ আদালতত ধৰ্ম নিৰূপনৰ বাবে আশ্ৰয় প্ৰাৰ্থনা কৰা হল। এই কথা মোৰ মনঃপুত

হোৱা নাছিল। মিতমাত কৰিবৰ বাবে মই বিশেষ জোৰ দিয়াত ব্ৰাহ্মণ পক্ষ সম্মত হল। কলিতা পক্ষৰ পৰাও মিত-মাত কৰিবৰ বাবে ৰাজী হল।

এই আন্দোলনৰ সময়তে কলিতা জাতিৰ আঁতিগুৰি বিচাৰি মই এখন সৰু কিতাপ লিখো। আগেয়ে উত্তৰ বঙ্গ সাহিত্য সম্মিলনত কলিতা সকলৰ আচাৰ ব্যৱহাৰ, সামাজিক সম্মান ইত্যাদি বিষয় আলোচনা কৰি প্ৰবন্ধ লিখাৰ কাৰণে এই কিতাপ লিখা মোৰ পক্ষে কিছু সহজ হল। এই কিতাপত কলিতাসকল যে পূৰ্ব্বেও ক্ষত্ৰিয় আছিল এই মতকে সমৰ্থন কৰিছিলোঁ। ব্ৰহ্মাণ্ড পুৰাণৰ পৰা শ্লোক উদ্ধৃত কৰি "কুৰ্মা-কাৰ" প্ৰাচীন ভাৰতবৰ্ষৰ বাম বাহুত থকা কুলট প্ৰদেশৰ পৰা অহা লোক বুলি মত প্ৰকাশ কৰিছিলো। মহাভাৰতৰ বনপৰ্ব্বৰ পৰা শ্লোক উদ্ধৃত কৰি কুলুত বুলি এটা জাতিৰ অস্তিত্ব ভাৰতবৰ্ষত থকা প্ৰমাণ কৰি কুলুতৰ পৰাও কলিতা হব পাৰে বুলি বিকল্প সিদ্ধান্ত প্ৰকাশ কৰিছিলো। কোনোবা ক্ষুন্ন হব বুলি ভাবি এই কিতাপ প্ৰকাশ কৰা নহল। ইয়াৰ বহুকাল পাছত ডক্তৰ বানীকান্ত কাকতি ডাঙৰীয়াৰ কলিতা জাতিৰ বিবৰণ প্ৰকাশ হয়। এই কিতাপতো কুলুত সকলৰ কথা আছে।

এদিন কথা প্ৰসঙ্গত কাৰ্জন হলৰ গ্ৰন্থাগাৰাধ্যক্ষ ৺গোপাল কৃষ্ণদেৱ পৰা জানিব পাৰিলো যে কিছুমান বঙ্গালী ভদ্ৰলোকে অসমীয়া ভাষাতো বঙ্গালীৰ অপভ্ৰংশ যিহেতু অস-মীয়া কোনো আখৰে নাই, বঙ্গালী আখৰেৰে বঙ্গালী অপভ্ৰংশ ভাষা লিখি অসমীয়া ভাষা বুলি চলাই আছে বুলি ভিতৰি ভিতৰি এনে এটা আন্দোলনে চলাইছে। এই কথাৰ সম্ভেদ পাই ইয়াৰ প্ৰতিকাৰৰ কাৰণে "বৰ্ণোৎপত্তি" নাম দি এটা

প্ৰৱন্ধ লিখিলো। এই প্ৰবন্ধত প্ৰচলিত অসমীয়া বিশিষ্ট আখৰ বিলাক যে আচল কামৰূপী আখৰ আৰু এই আখৰ তান্ত্ৰিক প্ৰয়োজন সিদ্ধিৰ নিমিত্তে তন্ত্ৰ শাস্ত্ৰৰ উৎপত্তি স্থান কামৰূপতে উৎপত্তি হৈছিল এই মত প্ৰকাশ কৰিছিলো। তন্ত্ৰ, ৰত্নমালা ব্যাকৰণৰ ইত্যাদিৰ পৰা মোৰ মতৰ সমৰ্থক শ্লোক উদ্ধৃত কৰি দিলোঁ। এই প্ৰবন্ধ চেতনাৰ সম্পাদক অম্বিকাগিৰি ৰায় চৌধুৰী বিশেষ আগ্ৰহেৰে সৈতে চেতনাত প্ৰকাশ কৰিছিল। এই বিষয়ে বহুপাছত ৺ৰায়বাহুৰ আনন্দ চন্দ্ৰ আগৰৱালা ডাঙৰীয়াইও এটা প্ৰবন্ধ লিখি আৱাহনত প্ৰকাশ কৰিছিল। এই প্ৰবন্ধত মোৰ প্ৰবন্ধৰ কথা বিলাক আছিল। অথচ মোৰ কোনো নাম উল্লেখ নথকাত আন্তৰিক দুঃখ পাই মোৰ বন্ধু হৰিনাথ পাঠকে এই প্ৰবন্ধৰ প্ৰতি মোৰ দৃষ্টি আকৰ্ষণ কৰি মোক প্ৰতিবাদ কৰিবৰ কাৰণে অনুৰোধ কৰি চিঠি লিখে। মই প্ৰতিবাদ নকৰো বুলি জনোৱাত তেওঁ নিজেই প্ৰতিবাদ কৰিম বুলি মোৰ সেই প্ৰবন্ধ চেতনাৰ কোন সংখ্যাত কেতিয়া ওলাইছিল ইত্যাদি কথা জনাবৰ কাৰণে পুনঃ চিঠি লিখে। তাৰ উত্তৰত তেওঁক যথাযথ উত্তৰ দিয়া হৈছিল। তাৰ পাছত তেওঁ প্ৰতিবাদ নকৰিলে নে ছপাই নহল মই নাজানো।

কামৰূপী বৈষ্ণব ধৰ্ম নাম দি আৰু এটা ডাঙৰ প্ৰবন্ধ মই লিখিছিলো। সেইটোক প্ৰবন্ধ বুলি বিতৰণ যোগ্য পুস্তিকা বোলাহে সঙ্গত হব। এই পুস্তিকাত কামৰূপী বৈষ্ণব ধৰ্ম্মৰ অনেক কথা বৌদ্ধ ধৰ্ম্মৰ পৰা অহা বুলি সৰ্বপ্ৰথমে মইয়ে মত প্ৰকাশ কৰো। এই প্ৰবন্ধত বৌদ্ধ বিহাৰৰ অনুকৰণে সত্ৰ স্থাপন, বৌদ্ধৰ অহিংসা নীতি, বুদ্ধদেৱৰ ত্ৰিশৰণ (১) বুদ্ধং শৰণং গচ্ছামি (২) ধৰ্ম্মং শৰণং গচ্ছামি (৩) সঙ্ঘং শৰণং গচ্ছামি ইত্যাদিৰ অনুৰূপে কামৰূপী বৈষ্ণব ধৰ্মৰো

"গুৰুত শৰণ, নামত শৰণ, সন্তত শৰণ লৈলে জন্ম নিবাৰণ" ইত্যাদি বিষয়ৰ তুলনামূলক সমালোচনা আছিল। এই প্ৰবন্ধ লিখাৰ আগতে মই প্ৰাচীন মৃগদাৱ অৰ্থাৎ সাৰনাথৰ বৌদ্ধ বিহাৰৰ ধ্বংশাৱশেষ চোৱাৰ সুযোগ পাইছিলোঁ আৰু লক্ষীমপুৰ জিলাৰ বাপুচাঙৰ বিষয়েও মোৰ অভিজ্ঞতা আছিল। বোধকৰোঁ প্ৰবন্ধ লিখাৰ সময়তে এই বিলাক ঘটনাই মোৰ মনত প্ৰভাৱ বিস্তাৰ কৰিছিল। এতিয়া এই মত ভ্ৰান্ত বুলি মোৰ ধাৰণা হৈছে। বৈষ্ণৱ ধৰ্ম সমগ্ৰ ভাৰতবৰ্ষতে একোটাই আৰু এই বৈষ্ণৱ ধৰ্ম যোগে দি ভাৰতৰ সকলো প্ৰদেশৰ কথা সকলোৱে জানিব পাৰিছিল। ইয়াৰ উপৰিও সকলো সাধু সন্তৰ ভিতৰত মিলা প্ৰীতিৰ ভাব আৰু যোগাযোগ আছিল। এইয়ে মোৰ সাম্প্ৰতিক মত। এই প্ৰৱন্ধ পৰিবৰ্ত্তিত আৰু পৰিবৰ্দ্ধিত কৰি মোৰ "ভগৱত ধৰ্ম" নামৰ কিতাপত যোগ কৰিবৰ ইচ্ছা এতিয়াও প্ৰবল ভাৱে আছে।

[ ৮ ]

অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে পোণপ্ৰথমে শিৱসাগৰত আসাম এচোচিয়েচনৰ লগতে সাহিত্যৰথী ৺লক্ষ্মীনাথ বেজবৰুৱাৰ সভাপতিত্বত আসাম সাহিত্য সন্মিলন পতা হয়। আসাম এচোচিয়েচনৰ সকলো সভ্য তালৈ নিমন্ত্ৰিত হৈছিল। মই নিমন্ত্ৰণ পাইছিলো। চৰকাৰৰ কৰ্মচাৰী সকলে ৰাজনৈতিক প্ৰতিষ্ঠান হোৱাৰ বাবে আসাম এচোচিয়েচনত যোগ দিব পৰা নাছিল। লগতে সাহিত্য সন্মিলন পাতিলে চৰকাৰী কৰ্মচাৰী সকলৰো পৰোক্ষে যোগ দিয়াত কোনো বাধা নাথাকে। সাহিত্য সন্মিলনৰ উদ্যোক্তা সকলৰ ভিতৰি ভিতৰি এই ভাৱো আছিল।

আসাম এচোচিয়েচনৰ এই অধিবেশনৰ লগতে সাহিত্য সন্মিলনও পতাৰ ফলত উপস্থিতিৰ সংখ্যা আশানুৰূপ হৈছিল। সৰুগোসাইও এই অধিবেশনত যোগ দিছিল। সাহিত্য সভাত অভিভাষণ পাঠ প্ৰস্তাৱ গ্ৰহণ আৰু বক্তৃতা আদি নিয়মিত ৰূপে হৈছিল।

ইয়াৰ পাছত উজনি আৰু নামনিৰ সাহিত্যিকসকলৰ মাজত সমিলমিলৰ চেষ্টা কৰোঁতা সকলৰ যত্নত যোৰহাটত আসাম সাহিত্য সভা প্ৰতিষ্ঠিত হল। আগৰ শিৱসাগৰত বহা সাহিত্য সন্মিলনৰ প্ৰেৰণাও এই কাৰ্য্যৰ প্ৰতি আছিল। সমিলমিল প্ৰত্যাশীসকলৰ ভিতৰত সৰু গোসাই, চন্দ্ৰধৰ বৰুৱা, কুলধৰ চলিহা, পূৰ্ণপাঠক, দেৱেশ্বৰ শৰ্মা প্ৰভৃতি প্ৰধান আছিল। দেৱেশ্বৰ শৰ্মা কেন্দুগুৰীয়া বৰ্ত্তমান কাউন্সীলৰ স্পীকাৰ দেৱেশ্বৰ শৰ্মা নহয়; যোৰহাটৰ চৰকাৰী উকীল দেৱেশ্বৰ শৰ্মা।

সাহিত্য সভাৰ সম্পাদক হল সৰুগোসাই। তেতিয়া তেওঁ যোৰহাট নৰ্মাল স্কুলৰ সৰবৰহী চুপাৰিণ্টেণ্ডেণ্ট। ৰজাঘৰ-প্ৰজাঘৰ আৰু আন বন্ধু বান্ধব সকলোৰে তেওঁক ভাল পাইছিল। তেওঁৰ একানপতীয়া যত্নত সাহিত্য সভা অলপ দিনৰ ভিতৰতে ঠন ধৰি উঠিল। আসাম উপত্যকাৰ সকলো মহকুমাতে আৰু সমৃদ্ধিশালী গাৱঁতো সাহিত্য সভাৰ শাখা স্থাপিত হল। নৰ্মাল স্কুলৰ ছাত্ৰ বিলাকেও এই কাৰ্য্যত তেওঁক বিশেষ ভাবে সহায় কৰিছিল। যি ঠাইত নৰ্মাল তৃতীয় বাৰ্ষিক পাছ কৰা লোক আছিল, প্ৰায় তাতেই সাহিত্য সভাৰ শাখাও আছিল।

নলবাৰীতো মই এখন সাহিত্য সভাৰ শাখা পাতিলো। প্ৰথমে মইয়ে এই সাহিত্য সভাৰ সম্পাদক হওঁ। আনল সম্পাদক নহয় মইয়ে সাহিত্য সভা খুলি কলেক্ত অতিৰঞ্জিত

নহব। মইয়ে কাৰ্য্য বিৱৰণী লিখো, মইয়ে প্ৰবন্ধ ৰচনা কৰি পাঠ কৰো আৰু মইয়ে বহুবি মূল সভালৈ নিয়মিত ৰৰঙনি পঠাওঁ। আন সভ্যসকলক মাতি নিলে কোনো কোনোজন গৈ সভাত যোগ দিয়ে আৰু প্ৰবন্ধ পাঠ শুনে। এই সভাত অসমীয়া ভাষা যে প্ৰাকৃতৰ পৰা ওলোৱা এই কথা প্ৰতিপন্ন কৰিবৰ কাৰণে এক প্ৰস্থ প্ৰবন্ধ লিখো। এই কাৰণতে মই প্ৰাকৃত ব্যাকৰণ আৰু প্ৰাকৃত ভাষা আন কিতাপ পঢ়ো। এই প্ৰাকৃত ভাষাৰ অধ্যয়নে মোক পৰবৰ্ত্তী কালত কোচ-বিহাৰ ৰংপুৰত অসমীয়া সাহিত্যৰ গবেষণা মূলক অনুসন্ধান কাৰ্য্যত বিশেষ সহায় কৰিছিল।

আসাম সাহিত্য সভাৰ মূল সভাৰো মই এজন বিশেষ উৎসাহী সভ্য আছিলো। কেইবাবাৰো কাৰ্য্য নিৰ্ব্বাহক সভাৰ গুৱাহাটীৰ পৰা সভ্য নিৰ্ব্বাচিত হৈছিলো। তাৰ বাবে যথা নিৰ্দ্দিষ্ট কাৰ্য্যও মই কৰিছিলো। সাহিত্য সভাৰ প্ৰতিটো বাৰ্ষিক অধিবেশনতে মই উপস্থিত আছিলো। এই কাৰ্য্য মোৰ পক্ষে ব্যয়সঙ্কুলো আছিল। আসামৰ সকলো জিলালৈ এজন চাকৰ লগতলৈ ফুৰা চকা, থকা মিলা কৰাত যি খৰচ হয়, সেই খৰচ কৰিবলৈ মোৰ আৰ্থিক অৱস্থাত টান পাইছিলো। তথাপি সাহিত্যৰ প্ৰতি অনুৰাগ থকা হেতুকে ধাৰ ধুপাৰ কৰিও মই সাহিত্য সভাত যোগ দিয়াৰ পৰা বিৰত নাছিলো।

সাহিত্য সভাৰ প্ৰতি অধিবেশনতে মোৰ প্ৰবন্ধ পঠিত হৈছিল। সাহিত্য সভাত পঠিত "মন্ত্ৰ সাহিত্য", "হিন্দু দৰ্শন" আদি মোৰ প্ৰবন্ধ আদৃত হৈছিল। সাহিত্য সভা পত্ৰিকাত মোৰ এইবোৰ প্ৰবন্ধ প্ৰকাশিত হৈছিল। সাহিত্য সভাত পাঠ কৰা প্ৰবন্ধৰ বাহিৰেও আন প্ৰবন্ধ লিখি সাহিত্য সভাক সহায় কৰিছিলো। এইবিলাক প্ৰবন্ধ প্ৰায় সাহিত্য সভাৰ মুখ-

পত্র "সাহিত্য সভা পত্রিকা"ৰ বিজ্ঞ সম্পাদক চন্দ্ৰধৰ বৰুৱা সাহিত্যৰথীৰ অনুৰোধ অনুসৰি লিখা হৈছিল।

পাছত কোচবিহাৰত অসমীয়া সাহিত্যৰ গবেষণা মূলক অনুসন্ধান কৰিবলৈ এজন লোক পঠোৱাৰ বাবে সাহিত্য সভাৰ মুকলি অধিবেশনত গৃহীত হল আৰু সেই মুকলি অধিবেশনতে কোচবিহাৰলৈ গৈ অসমীয়া সাহিত্যৰ গবেষণাৰ বাবে মোক যোগ্যলোক বুলি নিৰ্ব্বাচিত কৰিলে। মোৰ যোগ্যতাৰ প্ৰতি মোৰ আত্ম বিশ্বাস নথকাতো সভাৰ আদেশ আশীৰ্ব্বাদ স্বৰূপে গ্ৰহণ কৰিলোঁ।

( ৯ )

কিছুদিনৰ পাছত সাহিত্য সভাৰ পৰা আৱশ্যকীয় কাগজ পত্ৰলৈ কোচ বিহাৰলৈ যাত্ৰা কৰিলো। আন কোনো পৰিচিত লোক নথকাত পহিলে গৈ আনন্দময়ী ধৰ্মশালাত আশ্ৰয় ললো। আনন্দময়ী ধৰ্মশালা কোচবিহাৰৰ ৰাজকুঁৱৰী আনন্দময়ীৰ নামত স্থাপিত। আনন্দময়ী ৰাজ কুঁৱৰীক লক্ষ্ণৌৰ ৰাজ পৰিবাৰত বিয়া দিছিল। এওঁৰ কোনো সন্তি-সন্তান নথকাত, বিধবা হোৱাৰ পাছত সমস্ত সম্পত্তি কোচ বিহাৰৰ মহাৰাজ নৃপেন্দ্ৰ নাৰায়ণ ভূপ বাহাদুৰক দান কৰিছিল। ৰজাই এই সম্পত্তি নিজৰ বাবে গ্ৰহণ নকৰি এই সম্পত্তিৰ আয়ৰ পৰা আনন্দময়ী ধৰ্মশালা পৰিচালনা কৰিছে। এই ধৰ্মশালাৰ পৰিচালনাৰ কাৰণে সুকীয়া বন্দবস্ত আছে। ৰাজ্যৰ দেবোত্তৰ বিভাগৰ আহেনকাৰৰ অধীনত এই সম্পত্তি পৰিচালিত হয়।

আনন্দময়ী ধৰ্মশালাত অতিথি মাত্ৰেই থাকিবৰ স্থান

আৰু এদিনৰ খাবে শিক্ষা পোৱাৰ ব্যৱস্থা আছে। এই সিধা নিৰামিষ। ভাত, লুচি, মিঠাই, যিয়েই যি খাব খুজে তাকে পাব পাৰে। তাৰ বাবে ধৰ্মশালা সংলগ্ন মদনমোহন বিগ্ৰহৰ থকা অফিচত নাম ধাম লগাই আহিব লাগে। সময়মতে চাকৰে সকলো যতন কৰি দিয়ে। কেৱল মাত্ৰ ৰান্ধি খাই উঠি আহিব লাগে। চুৰা-মাটি পৰিস্কাৰ কৰিবৰ বাবেও লোক নিযুক্ত আছে। সাধাৰণ ব্ৰাহ্মণ অতিথি হলে ন অনাকৈ দক্ষিণা পায়। পণ্ডিত বুলি যাৰ পণ্ডিতৰ পৰা পৰিচয় পত্ৰ আনিলে, গুণানুসাৰে একটকাৰ পৰা দহটকালৈ বিদায় পায়। এই সকলোবোৰ ব্যৱস্থা দেবোত্তৰ বিভাগৰ পৰা হয়।

ইয়াৰ বাহিৰেও কোচবিহাৰ ৰাজভঁৰালৰ পৰা বাৰ্ষিক বিদায় পোৱা কিছুমান ব্ৰাহ্মণ পণ্ডিত আছে। তেওঁলোক কোচ বিহাৰলৈ আহিলে ধৰ্মশালাত থাকি সেই নিৰ্দ্দিষ্ট বিদায় লৈ যাব পাৰে। বঙ্গদেশৰ বহু পণ্ডিতৰে ৰজা- জমিদাৰ সকলৰ ঘৰত এই ৰকম নিৰ্দ্দিষ্ট বিদায় পোৱাৰ বন্দবস্ত আছে। তেওঁলোকে এই বিদায় সংগ্ৰহ কৰিয়ে একৰকম জীৱন যাত্ৰা নিৰ্বাহ কৰি শাস্ত্ৰ চৰ্চ্চা কৰিবৰ সুযোগ পায়। আমাৰ দেশত পণ্ডিতসকলক উৎসাহ দিব পৰা এনে-কোনো ব্যৱস্থা নথকাত পণ্ডিত সকলে শাস্ত্ৰ আলোচনাৰ বিশেষ সুযোগ পাব নোৱাৰে। বিজনীৰ ৰজা ঘৰত স্বৰ্গীয়া ৰাণী অভয়েশ্বৰী থকালৈ এই ব্যৱস্থা আছিল। তেওঁৰ পৰলোক প্ৰাপ্তিৰ পাছৰ পৰা নানা কাৰণত এই ব্যৱস্থা উঠি গৈছে।

ধৰ্মশালালৈ যোৱা অতিথি বিলাকৰ ভিতৰত মোক কিছু বিশিষ্ট ধৰণৰ লোক বুলিয়ে হব পায় কৰ্মচাৰীজন নিজে মোৰ ওচৰলৈ আহি মোৰ পৰিচয় সুধিলে। মই পৰিচয় দিয়াত মোৰ লগত থকা চাকৰ, বামুণ বিচনা পত্ৰ দেখিও

হব পাৰ মোক সুকীয়াকৈ ভালদৰে থকা মিলাৰ বন্দবস্ত কৰি দিলে আৰু খাই বৈ বিশ্ৰাম আদি কৰি পাছদিনা খন কাছাৰী ঘৰত গৈ দেৱোত্তৰ বিভাগৰ আহেনকাৰৰ লগত দেখা কৰাত সকলো বন্দবস্ত হব বুলি উপদেশ দিলে।

মই গা-মুৰ ধোৱাৰ আগতে ধৰ্ম্মশালাতে থাকি কোচ-বিহাৰৰ পৰা প্ৰাপ্য বৃত্তি নিবলৈ অহা বিক্ৰমপুৰৰ নৈয়া-য়িক পণ্ডিত এজনে আহি দেখা কৰি পৰিচয় আদি শেষ হোৱাৰ পাছতে মোৰ লগত ন্যায় শাস্ত্ৰৰ তৰ্ক আৰম্ভ কৰিবৰ যত্ন কৰিলে। মোৰ বিশ্বাস তেওঁ নিজৰ ন্যায় শাস্ত্ৰৰ অভি-জ্ঞতা মোক দেখুৱাবলৈ চেষ্টা কৰাটোৱেই তেওঁৰ উদ্দেশ্য আছিল। তেওঁ এইদৰে মোৰ লগত তৰ্ক আৰম্ভ কৰিলে— ভাল, বুজিলো আপুনি এজন বিশিষ্ট সাহিত্যক আৰু পণ্ডিত। আপুনি এই প্ৰাচীন পুথিৰ অনুসন্ধান ৰূপ পৰিশ্ৰমসাধ্য বিৰক্তিকৰ কাৰ্য্যত প্ৰবৃত্ত হোৱাৰ হেতু কি? ইয়াৰ পৰা আপোনাৰ কি পুৰুষাৰ্থ সাধন হব ইত্যাদি। মই পৰিশ্ৰান্ত হৈ আছিলো আৰু এনেকুৱা তৰ্কত যোগ দিয়াৰ কোনো কাৰণ নথকাত মনে মনে বিৰক্ত হলেও মৌখিক বিনয় দেখুৱাই তেখেতক বিদায় দিলো। আপোনাৰ নিচিনা ন্যায় শাস্ত্ৰজ্ঞ মহাপণ্ডিতৰ আগত কি কব পাৰো। এনেকুৱা ধৰণৰ কথা কোৱাত পণ্ডিত মহাশয় মহা-সন্তুষ্ট হৈ বিদায় ললে। এই সকলো কথা অৱশ্যে বঙ্গভাষাত হৈছিল। পণ্ডিত জনৰ ব্যৱহাৰত বিৰক্ত হোৱাৰ কাৰনেই বোধকৰোঁ আজিও এই কথা মোৰ মনত আছে।

পাছদিনা দুপৰীয়া খোৱা-লোৱাৰ পাছত গৈ দেৱোত্তৰ বিভাগৰ আহেনকাৰৰ লগত দেখা কৰিলো। আহেনকাৰ অৰ্থ বিভাগৰ প্ৰধান কৰ্মকৰ্ত্তা (ডিপাৰ্টমেণ্ট হেড অফিচাৰ)।

আহেনকাৰ মহাশয়ে অতি সৌজন্যভাৱ সৈতে মোৰ লগত ব্যৱহাৰ কৰিলে। তেতিয়াই মোৰ থকা মিলাৰ বন্দ-বস্তুৰ হুকুম দিলে। মোক ৰাজ অতিথি ৰূপে গণ্য কৰি যিমান দিন প্ৰয়োজন সিমান দিন থাকিবৰ ব্যৱস্থা কৰিলে। মোৰ খোৱা লোৱাৰ সিধা পত্ৰৰও ভাল ব্যৱস্থা হল। থাকিবলৈ ধৰ্মশালাৰে বিশিষ্ট অতিথিৰ বাবে সুকীয়াকৈ ৰখা এটা অংশ খুলি দিব কলে আৰু সেই ঘৰতে আসাম গৱৰ্ণমেণ্টৰ পৰা পুথি সংগ্ৰহৰ বাবে অহা ৺হেমচন্দ্ৰ গোস্বামীও থকা বুলি কলে। এই কথা জানি মই উৎসাহ বোধ কৰিলো। মাছ খোৱাৰ অভ্যাস থাকিলে ধৰ্মশালাৰে সেই অংশত থাকি মাছ খাবলৈও মোক অনুমতি দিলে। অযাচিতে এই অনুমতি লাভ কৰি মই বিশেষ আনন্দিত হলো। কোৱা বাহুল্য যে মই মাছ খকুৱা লোক।

লাইব্ৰেৰীত বহি পুথি পত্ৰ চাবৰ সুবিধা কৰি দিবৰ নিমিত্তে সেই বিভাগৰ অধ্যক্ষৰ ওচৰলৈ লগত এজন আৰদালি দি মোক পঠাই দিলে।

এই বিভাগৰ সেই সময়ৰ অধ্যক্ষ জানকী বাবু এজন সাহিত্যিক লোক, সাহিত্য সভাৰ পৰা দিয়া মোৰ নিয়োগ পত্ৰখন দেখিয়ে কালিৰ পৰা সকলো বন্দবস্ত হব বুলি কৈ মোৰ লগত সাহিত্য সম্বন্ধে আলোচনাত লাগি গ'ল। তেওঁৰ বিষয় আছিল বঙ্গ সাহিত্যৰ সমালোচনা। গতিকে কথাই কথাই গৈ ৰবি ঠাকুৰৰ "গোড়া"ৰ কথা ওলাল। ইতিপূৰ্বে গোড়া মোৰ ভালদৰে পঢ়া থকাৰ কাৰণে সমালোচনা ভালদৰে কৰিব পাৰিলো। তাৰ পাছতে ওলাল শৰৎ চট্টোপাধ্যায়ৰ সুবৃৎ উপন্যাস শ্ৰীকান্তৰ কথা। শ্ৰীকান্ত মই তেতিয়াও পঢ়া নাছিলো। গতিকে বিশেষ নামাতি থাকিলো।

তেওঁ নিজেই শ্ৰীগ্ৰন্থৰ সমালোচনা কৰিলে। ইয়াৰ কিছুদিন পাছতে কোচ বিহাৰৰ ৰাজকীয় গ্ৰন্থাগাৰৰ পৰাই শ্ৰীগ্ৰন্থ আনি মই পঢ়িলো।

পাছদিনা লাইব্ৰেৰীলৈ গৈ দেখো যে মোৰ কাৰণে সকলো বন্দবস্ত হৈ আছে। পুৰণি সাচিপতীয়া পুথিৰ আল-মাৰীৰ ওচৰতে এখন ড্ৰয়াৰ থকা ভাল টেবিল, তিনিখন চেয়াৰ, ৰঙা, কলা চিয়াহীৰ বেলেগ বেলেগ দোৱাত কলম, লিখিবৰ কাগজ, চিয়াহী তুলিবৰ বাবে ব্লটিং কাগজ, আলপিন ইত্যাদি সকলো ঠিক ঠাক হৈ আছে। দেখি ভাল লাগিল। লাই-ব্ৰেৰীয়ানে নিজে আহি মোৰ সকলো সুবিধা হৈছে নে নাই সুধিলে আৰু এজন দপ্তৰীকো মোৰ আৱশ্যক অনুসৰি পুথি-পত্ৰ উলিয়াই দিবলৈ আদেশ দি গল। এই ঘৰত একা-দিক্ৰমে তিনিমাহ কাল থাকি সকলো পুৰনি পুথি পঢ়িলো। আৱশ্যকীয় অংশৰ টোকা ললো আৰু লাইব্ৰেৰীয়ান মহাশয়ৰ অনুৰোধ ক্ৰমে প্ৰতিখন পুথিৰে নাম আৰু ৰচকৰ নাম দি লেবেল প্ৰস্তুত কৰি দিলো। মই এটুকুৰা কাগজত লাল চিয়া-হীৰে পুথিৰ নাম আৰু গ্ৰন্থকাৰৰ নাম লিখি পুথিৰ মাজত থৈ আহো। পিছদিনা গৈ দেখো দপ্তৰীয়ে সেই লেবেল পুথিৰ ওপৰত যথাযোগ্য স্থানত আঠাৰে লগাই থৈছে।

এই ঘৰতে বহি ৺হেমচন্দ্ৰ গোস্বামীয়েও এই পুথিবিলাকৰ কিছু কিছু পঢ়ি চাইছিল। তাৰ চিন মাজে মাজে তেওঁৰ লেখাৰ পৰা পালো। কোচবিহাৰত মোৰ কাৰ্য্যৰ বিৱৰণী প্ৰতি সপ্তাহে সংক্ষেপ ভাবে লিখি সাহিত্য সভাক জনাই আছিলো। মোৰ সেইবিলাক চিঠিত পোৱা পুথিৰ নাম আদি আছিল। আন কথাও কিছু কিছু আছিল। সেইবোৰ চিঠি পঢ়ি কাৰ্য্য নিৰ্ব্বাহক সভাৰ সদস্যসকলে ভাল পাইছিল। ৰায় বাহাদুৰ

ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই মোৰ এই চিঠিবিলাকৰ বাবে মোক বিশেষ প্ৰশংসা কৰিছিল।

সেই সময়ত কোচবিহাৰ কলেজত ৩০।৩৫ জন মান ছাত্ৰ আছিল। সেই সকলৰ ভিতৰত অসমীয়াৰ আগৰ সম্পা- শ্ৰীমান হৰেন্দ্ৰ বৰুৱা, শ্ৰীমান দেবেন্দ্ৰ নাথ শৰ্ম্মা, শ্ৰীমান মোহিনী গোস্বামী, শ্ৰীমান বাসুদেৱ মিশ্ৰ প্ৰভৃতিৰ নাম মনত আছে। অনেক নাম পাহৰি গৈছো। এওঁবিলাক মোৰ সঙ্গী আছিল মাজে সময়ে এওঁলোক মোৰ বাহালৈ ফুৰিব আহিছিল। এওঁলোকক লগত লৈয়ে মই সময়ে সময়ে দল বান্ধি ফুৰি ছিলো। এনেতে ভাদ মাহত শ্ৰীশঙ্কৰদেৱৰ তিথি আহি পৰিল ছাত্ৰসকলক উদগনি দি কলেজত শঙ্কৰদেৱৰ তিথিৰ বাবে সভা পতালো। শঙ্কৰদেৱ সম্বন্ধে বঙ্গভাষাত বক্তৃতা দিয়াৰ ভাৰ মোৰ ওপৰতে পৰিল। মোৰ পঢ়া শুনা কৰাই আছিল, গতিকে বক্তৃতা প্ৰস্তুত কৰিবলৈ অসুবিধা নহল।

সভাৰ দিনা গৈ দেখো যে বহুমানুহ উপস্থিত হৈছে। কলেজৰ ছাত্ৰ অধ্যাপকৰ বাহিৰেও ৰিজেন্সি কাউন্সিলৰ মেম্বৰ আদি কৰি অনেক শিক্ষিত ভদ্ৰলোক উপস্থিত হৈছিল। সভা- পতি আছিল কলেজৰ প্ৰিন্সিপাল।

সভাপতিৰ আদেশ অনুসৰি মই বক্তৃতা আৰম্ভ কৰিলো। কি কম আগয়ে ভাবি গৈছিলো। গতিকে মোৰ বক্তৃতা ভালেই হল। আমাৰ ইয়াত শিক্ষিতলোক সকলৰ শঙ্কৰদেৱ সম্বন্ধে জনা কথাও তাত নতুন আছিল বাবে মানুহে শ্ৰদ্ধাৰে লৈতে শুনিলে। শঙ্কৰদেৱ, মাধৱদেৱ, কোচবিহাৰত থাকি কোচ ৰজাৰ সহায়ত ধৰ্ম প্ৰচাৰ কৰাৰ কথা, গুণমালাৰ পদ মাতি গুণমালা ৰচনাৰ কথা আৰু সাগৰ খৰিব দৰঙ্গী ৰাজ- বংশৱালীৰ পদ উদ্ধৃত কৰি শঙ্কৰদেৱ, ৰাম সৰস্বতী প্ৰভৃতি



পত্নীৰ লগত শেষ বয়সৰ ছবি।

কবি সকলে কেনেকৈ নৰনাৰায়ণ ৰজাৰ আদেশত ৰজাৰ ভড়া-লৰ পৰা মূল ভাগৱত, মহাভাৰত আদি পুথি নি অসমীয়া পদ কৰিছিল ইত্যাদি কথা কোৱাত চাৰিওকালৰ পৰা হাত তালি পৰিব ধৰিলে।

বক্তৃতাৰ উপসংহাৰত কোচবিহাৰ ৰাজ্যত শঙ্কৰদেৱৰ তিথিৰ দিনাখন স্কুল, কলেজ, অফিচ আদালত আদি বন্ধ নথ-কাৰ বাবে দুখ প্ৰকাশ কৰিলো। তেতিয়া সভাপতি উঠি কলে যে অহা বছৰৰ পৰা শঙ্কৰদেৱৰ তিথিত স্কুল কলেজ বন্ধ দিব পৰা হব। তেওঁ আৰু কলে যে কোচবিহাৰত কলেজৰ প্ৰিন্সিপাল জনেই শিক্ষা বিভাগৰো ডাইৰেক্টৰ। গতিকে এই বন্ধৰ বাবে তেওঁ ৰিজেন্সি কাউন্সিললৈ যাব নালাগে; অফিচ আদালতৰ বন্ধৰ ব্যৱস্থা ৰিজেন্সি কাউন্সিলেহে কৰিব পাৰে। ৰিজেন্সি কাউন্সিলৰ মেম্বৰ চৌধুৰী সেই সভাতে আছিল, তেওঁ কলে এই বিষয়ে মই ৰিজেন্সি কাউন্সিলত উত্থাপন কৰিম। আৰু-দুই চাৰিজনৰ বক্তৃতাৰ পাছত সভা ভঙ্গ হল।

আমানত উল্লা খা চৌধুৰী মহাশয় কোচবিহাৰৰ বিখ্যাত ঐতিহাসিক পণ্ডিত আৰু সাহিত্যিক আছিল। কোচবিহাৰৰ সাহিত্য পৰিষদৰ তেওঁ সম্পাদকো আছিল। তেওঁৰ অনুৰোধ অনুসৰি কোচবিহাৰ সাহিত্য পৰিষদত অসমীয়াভাষা সাহিত্য ও কৃষ্টিৰ বিষয় বক্তৃতা দিবলগা হলো। মোৰ পূৰ্ব্বৰ প্ৰাকৃতঅধ্যয়নৰ ফলত কোচবিহাৰৰ আদিম অধিবাসী ৰাজবংশী সকলৰ ভাষা আৰু অসমীয়া ভাষা একে প্ৰাকৃতৰ পৰা উৎপন্ন হোৱা একে ভাষা। ভাষা সাহিত্য আৰু কৃষ্টিও কোচবিহাৰ আৰু কামৰূপৰ একে। কোচবিহাৰো প্ৰাচীন কামৰূপৰে পশ্চিমখণ্ড। যোগিনী তন্ত্ৰৰ পৰা কামৰূপৰ সীমা আৰু পীঠৰ সীমা অমি

উল্লেখ কৰি মোৰ কথাৰ প্ৰমাণ দিলো। মোৰ নিজৰ কথা নিজে কব ভাল নাপালেও কবলগীয়া হল যে মোৰ এই বক্তৃতাও ভাল হৈছিল। ইয়াৰ পাছতো কোছবিহাৰ ব্ৰহ্মাণসমাজ আদি দুই চাৰি ঠাইত মই আৰু বক্তৃতা কৰিব লগা হৈছিল।

ব্ৰহ্মাণসমাজৰ বক্তৃতাত দলো চিলাৰায কামৰূপৰ পৰা ঘৰ ব্ৰাহ্মণ আৰু বাৰঘৰ কায়স্থ নি কোছবিহাৰত পাতিছিল। সেই বিলাকৰে বংশধৰ বৰ্ত্তমান খাগৰাবাৰীৰ ব্ৰাহ্মণ সকল। কায়স্থ বিলাকৰ বংশধৰ কোছবিহাৰৰ জমিদাৰ শৰৎ চন্দ্ৰ বাগচী প্ৰভৃতি। এই বক্তৃতাৰ পাছত মই খাগৰাবাৰীত গৈ তাৰ ব্ৰাহ্মণ আৰু দ্বাৰপাণ্ডিত আদিৰ লগত দেখা কৰিলো। কোছ বিহাৰ নগৰৰ কাৰ্য্য শেষ হোৱাত মহাপুৰুষীয়া সত্ৰ ভেলাডাঙ্গালৈ গলো। লগত গল শ্ৰীমান দেবেন্দ্ৰ শৰ্ম্মা, শ্ৰীমান বাসুদেৱ মিশ্ৰ প্ৰভৃতি কেইজনমান ছাত্ৰ। ভেলাডাঙ্গাতো দুই চাৰিখন পুথিৰ বিৱৰণ সংগ্ৰহ কৰিলো। তাৰ পাছত ৰাজকীয় সাহায্যত মধুপুৰ সত্ৰ (তাৰ মানুহে ধাম বোলে), বৈকুণ্ঠপুৰ সত্ৰ আদিলৈ পুথি পোৱাৰ ভৰষাত গলো। অসমত অপ্ৰাপ্য কোনো পুৰণি পুথি নাপালো। তাৰ পৰা গোখানীমাৰিতও কোনো উল্লেখযোগ্য পুথি পত্ৰ পোৱা নগল। গোসানী মাৰিৰ পৰা কমতাপুৰ নগৰৰ ধ্বংশাৱশেষ চাই উভতিলো।

কোছবিহাৰৰ কাম শেষ কৰি ফিৰিবৰ সময়ত গোৱাল পাৰাত বহা আসাম সাহিত্য সভাত যোগ দি আহিলো। এই সভাত কোছবিহাৰৰ অনুসন্ধানৰ ফল সম্বন্ধে এটা মৌখিক চমু বিবৃতি দিব লগা হল। তাৰ পাছত ঘৰলৈ আহি কোছ-বিহাৰত কৰা কাৰ্য্য আৰু তাত থকা পুথি বিলাকৰ বিবৰণ আদি বিস্তৃত ভাবে থকা এটা বিবৰণী প্ৰস্তুত কৰি সাহিত্য সভাক দিওঁ।

এই বিতৰণী কোছবিহাৰত পোৱা পুথিৰ তালিকা এটা, বিশেষ বিশেষ স্থানৰ বিশেষ বিৱৰণ আৰু কি পুথি নকল কৰি অনা উচিত ইত্যাদি কথাৰ বিষদ আলোচনা আছিল। পুথি নকল কৰি অনাৰ অনুমতি মই সংগ্ৰহ কৰি আনিছিলো। নকল কৰাৰ খৰচ আদিৰো অনুমানিক হিচাব আছিল। পইচা দিলে কোছবিহাৰতে নকল কৰি দিয়া মানুহো সেই সময়ত তাত পোৱা গৈছিল, এই কথাও মোৰ বিবৰণীত আছিল। নকল কৰি আনিব লগা বিশেষ পুথিৰ ভিতৰত ৰজা ৰামচন্দ্ৰৰ লেখা দশম খাপৰ পদ্যানুবাদ। এই পুথিত শ্ৰীমন্ত শঙ্কৰদেৱৰ দশমৰ প্ৰভাৱ বৰ বেচিকৈ থকা যেন পাই-ছিলো। অনেক ঠাইত হুবহু মিল থকা যেনও বোধ হৈছিল। অৱশ্যে এতিয়া সেইবোৰ কথা সম্পূৰ্ণ মনত নাই; হলেও শ্ৰীনাথ দ্বিজৰ মহাভাৰতৰ কথা এতিয়াও মনত আছে। শ্ৰীনাথ সংস্কৃত ভাষাৰ এজন শ্ৰেষ্ঠ কবি আছিল। তেওঁৰ ৰচিত বিশ্বসিংহ চৰিতম্ কোছবিহাৰৰ লাইব্ৰেৰীতে আছিল। এওঁ, ৰজাৰ আদেশ অনুসাৰে মহাভাৰতৰ পদ ৰচনা কৰিছিল। পদ ৰচনা কৰা তেওঁৰ বিশেষ মনঃপুত কাৰ্য্য নাছিল যেন লাগে। তেওঁ নিজে লিখি গৈছে।

ইয়াক কৰিলে নাই প্ৰতিস্থা বিশেষ
তথাপি কৰিতে লাগে ৰজাৰ আদেশ।

মোৰ এই ৰিপোৰ্টত কোছবিহাৰত অসমীয়া ভাষা প্ৰচাৰৰ অৰ্থে কেনেকৈ কাম কৰিব লাগে ইত্যাদি কথাৰো আলোচনা আছিল। এই বিবৰণী সাহিত্য সভাত আছেনে নাই কব নোৱাৰো। কিন্তু এই অনুসাৰে যে একো কাম হোৱা নাই তাক মই জানো। সেই আলোচনাত অসমীয়া ভাষা আৰু কোছবিহাৰৰ ভাষা যে অভিন্ন এই কথাও লিখা

আছিল। কোচবিহাৰৰ লোকসঙ্গীত—

কোনে কয় ইগ্‌লা কথা কোনে বা পইতাই।
সোৱামিৰ লগত তিৰী গেলে তিৰীক বাঘে খায়।

ইত্যাদিৰ আলোচনা কৰি এই বিলাক যে প্ৰচলিত কামৰূপী কথা এই বোৰবো আলোচনা আছিল। আসাম সাহিত্য সভাৰ পত্ৰিকাত এই বিবৰণী কিছু অংশ প্ৰকাশিত হৈছিল।

(১০)

ৰংপুৰ সাহিত্য পৰিষদৰ পুথি ভঁৰালত যে অনেক অসমীয়া পুথি আছে এই কথা মই কোচবিহাৰত থাকোতে জানিব পাৰিছিলোঁ। আৰু সেইবোৰ পুথি তেতিয়ালৈকে অসমীয়া লোকৰ চকুৰ বাহিৰতে আছিল। সেই সময়ৰ কোচ বিহাৰ, ৰংপুৰ, জলপাইগুৰি অঞ্চলৰ ৰাজবংশী সমাজৰ অবিসম্বদী নেতা ৺ৰায় চাহাব পঞ্চানন বৰ্ম্মালৈ চিঠিপত্ৰ লিখি কিছু সংবাদ সংগ্ৰহ কৰিছিলো। ৰায়চাহাব পঞ্চানন বৰ্মা কোচবিহাৰৰে মানুহ। ৰাজবংশী সকলক সংগঠিত কৰা, ৰাজবংশী বিলাকৰ বাবে কোচবিহাৰ ৰাজ্যত চাকৰী আদি দাবী কৰা আদি ৰাজনৈতিক আন্দোলনৰ বাবে তেওঁ কোচবিহাৰৰ পৰা নিৰ্বাসিত হৈছিল। তেতিয়াৰ পৰা তেওঁ ৰংপুৰত থাকি ওকালতি ব্যৱসায় কৰি আছিল। তেওঁ ৰাজবংশী বিলাক ক্ষত্ৰিয় হোৱা আন্দোলনৰো নেতা আছিল। এই সূত্ৰতে পঞ্চানন বৰ্মাৰ লগত মোৰ চিঠি পত্ৰেৰে পৰিচয় আছিল। গতিকে পঞ্চানন বৰ্মাই মোক ৰংপুৰলৈ যাবৰ নিমিত্তে অনুৰোধও কৰিছিল। কোচবিহাৰত থাকোতে বিশেষ কাৰণত মই ৰংপুৰলৈ যাব নোৱাৰি দুঃখিত হৈছিলো। ৰংপুৰ সাহিত্য

পৰিষদত পুথি পত্ৰ থকা আৰু পঞ্চানন বৰ্মা যে অসমীয়া সকলৰ পক্ষপাতি ইত্যাদি কথা সাহিত্য সভাৰ কৰ্তৃপক্ষে মোৰ পৰা জানিব পাৰিছিল। গতিকে সাহিত্য সভাৰ পক্ষৰ পৰা ৰংপুৰত গৈও সাহিত্যৰ অনুসন্ধান কাৰ্য্য চলাবলৈ মইয়ে আদিস্ট হলোঁ।

মোৰ প্ৰথম পুত্ৰ শ্ৰীমান প্ৰফুল্ল চন্দ্ৰ গোস্বামী তেতিয়া ৰংপুৰ কাৰমাইকেল কলেজৰ আই, এ শ্ৰেণীৰ ছাত্ৰ। তাৰ লগতে চিঠি পত্ৰ লিখি থকা মিলাৰ বন্দবস্ত কৰি ৰংপুৰলৈ গলো। প্ৰথমে ৰংপুৰ কলেজ হোষ্টেলতে উঠিলো গৈ। দুপৰীয়া ভাত খাই উঠি প্ৰিন্সিপালৰ লগত দেখা কৰিলো! তেওঁ মোক বিশেষ উৎসাহ দিলে। আবেলী ৰংপুৰ সাহিত্য পৰিষদৰ সম্পাদক শ্ৰীযুত সুৰেন্দ্ৰ ৰায় চৌধুৰীৰ কুটীৰলৈ গলো। অৱশ্যে লগৰ চাকৰ বামুণ সকলোকে লৈ গলো। সুৰেন্দ্ৰ চৌধুৰীৰ লগত প্ৰফুল্লৰ আগৰে পৰা এই সূত্ৰে চিনা-পৰিচয় আছিল আৰু মই যে তেওঁৰ তালৈ যাম এই কথা জানিছিল। গতিকে তেওঁ আমাক আদৰি সাদৰি বহুৱালে। প্ৰাথমিক কথা বাৰ্ত্তাৰ পাছত মোৰ থকা ঠাই তেওঁ ডাক বাঙ্গালাত ঠিককৈ ৰখা আৰু যে ৰংপুৰ ডাক বাঙ্গালত দুটি বিভাগ আছে বুলি কলে এটাত বিলাতী ধৰণে আৰু আনটোত ভাৰতীয় ধৰণে থাকিব পাৰি। ডাক বাঙ্গালাত থকা মোৰ অভ্যাস নাই ; মই এজন ব্ৰাহ্মণ পণ্ডিত জানিব পাৰি আৰু মোৰ পৰিচয় ভালদৰে জানিবৰ অৰ্থে মোৰ ঘৰ ক'ত, কি ব্যৱসায় কৰো ইত্যাদি প্ৰশ্ন কৰিলে। মোৰ ঘৰ কামৰূপ জিলাৰ নলবাৰীত বুলি কোৱাত তেওঁ মোৰ পিতাৰ নাম কাঢ়ি কলে যে নলবাৰীৰ ললিত গোঁসাই ডাঙৰ পণ্ডিত বুলি মই জানো। তেওঁলোকৰ লগত আমাৰ কোনো সম্পৰ্ক আছেনে সোধাত

মই তেওঁৰে জ্যেষ্ঠ পুত্র বুলি জানি সুৰেন্দ্ৰ চৌধুৰী আনন্দিত হল আৰু তেওঁৰ থকা বাঙ্গালাৰে এটা কোঠা খালি কৰি মোক থাকিব দিলে। চৌহদৰ ভিতৰৰে কৰ্মচাৰী থকা ঘৰ এটা খালি কৰি পাকঘৰ কৰি দিলে। এইদৰে থকা মিলাৰ সুবিধা পোৱাত সন্তোষ পালো। মোৰ পিতাৰ কথা কেনেকৈ জানে বুলি সোধাত কলে যে তেওঁলোকৰ মূল ঘৰৰ ঠাকুৰবাৰীত আগৰে পৰা কামৰূপী ব্ৰাহ্মণে পূজাৰী, ভোগ ৰান্ধনি ইত্যাদি কাম কৰে। এতিয়াও সেই প্ৰথাই চলি আছে। আজিও কামৰূপৰ তিনিজন বামুণ ঠাকুৰ আছে। তেওঁলোকৰ পৰা নলবাৰীৰ ললিত গোসাইৰ কথা ভালদৰে জানে। যিয়েই হওঁক পিতাৰ বাবেই মই থাকিবলৈ ভাল ঠাই পালো এই কথা জানি পিতৃ গৌৰৱত পুলকিত হলো আৰু মনে মনে পিতৃৰ চৰণত প্ৰণিপাত জনালো।

পাছদিনাৰ পৰা সাহিত্য পৰিষদত গৈ কাম আৰম্ভ কৰিলোঁ। বঙ্গালী, অসমীয়া বহু পুৰণি পুথি সংগৃহীত হৈ আছে কিন্তু যত্নৰ অভাৱত পুথিবিলাক আবৰ্জনাৰ স্তূপৰ নিচিনা পৰি আছে। সাহিত্য পৰিষদৰ কৰ্মচাৰী জনো সাময়িক। তেওঁৰ আন কাম আছে। দিনত দুই-তিনি ঘণ্টা তেওঁ তাত থাকে; কেতিয়াবা নাহেও। এই বাবে মাহিলী ১২ কি ১৫ টকা ভাট্টা পায় মাত্ৰ। ঘৰটো হলে ডাঙৰ পকীঘৰ আৰু নগৰৰ ভাল ঠাইত। এই ঘৰৰ প্ৰায় দুই ভাগতকৈও বেছি ঠাইত নগৰৰ লাইব্ৰেৰী, এক ভাগত সাহিত্য পৰিষদৰ অফিচ। সাহিত্য পৰিষদৰো বেলেগ এটা লাইব্ৰেৰী আছে।

সাহিত্য পৰিষদৰ কৰ্মচাৰী জনে আহি, মোক ঘৰ দুৱাৰ খুলি পুথি পত্ৰ চাবৰ সুবিধা কৰি দিলে আৰু কিছু সময় মোৰ লগত নানা প্ৰকাৰ কথা বাৰ্ত্তা হৈ বিদায় ললে। মই

তাতে কাম কৰো আৰু অলপ দিনৰ ভিতৰতে কাম শেষ কৰিবৰ কাৰণে সুৰেন বাবুৰ অনুমতি ক্ৰমে তুই এখনকৈ পুথি বাহালৈ আনো। পুৰা, গধূলি সেই বিলাক পুথি পঢ়ি চাওঁ। মোৰ চাকৰ মহেশে পুথি অনা নিয়া কাম কৰে। মহেশৰ আন কাম নথকাত সুৰেণ বাবুৰ অনুকৰণ কৰি মইও তাৰ দ্বাৰাই গাত তেল মালিচ কৰি লওঁ। ৰান্ধনিয়ে ভাত ৰান্ধে। "খাৰ সময়ত সুৰেন বাবুৰ বিহাৰী ব্ৰাহ্মণ ৰান্ধনীয়ে নানা প্ৰকাৰ সুস্বাদু আঞ্জাপাতি সৰু সৰু বাতিত আনি সজাই দিয়ে। গতিকে ভোজন ব্যৱহাৰৰ খুত নাছিল।

পুৱা গধূলিও কাম কৰাৰ ফলত এমাহ কালৰ ভিতৰতে ৰংপুৰ সাহিত্য পৰিষদৰ পথি বিলাক চোৱা হল। আগেয়ে আন ঠাইত নোপোৱা উল্লেখযোগ্য অসমীয়া পুথি খুব কমহে পালো। যি হওক তাত পোৱা অসমীয়া পুথি বিলাকৰে বিৱৰণী সংগ্ৰহ কৰি আনিছিলো। মোৰ এতিয়ালৈ মনত আছে ৰংপুৰ সাহিত্য পৰিষদত দুতিৰাম বৰুৱাই লিখা এখন আহোম বুৰঞ্জী আৰু এখন জীৰ্ণ-শীৰ্ণ মূল্য কম ইতিহাস পুথি বাদসাহনামা আছিল। এতিয়ালৈ আৰু এখন বাদসাহনামা থকাৰ কথা সূৰ্য্য কুমাৰ ভূঞাৰ পৰা জানিব পাৰিছো। বাদসাহনামা অসমীয়া ভাষাত লিখা। এই বিলাক কথা মই সাহিত্য সভাক যথা সময়তে লিখি জনাইছিলো।

ৰংপুৰ সাহিত্য পৰিষদৰ কাম শেষ হোৱাত আৰু এসপ্তাহ মান ৰংপুৰতে থাকি তাৰ অনেক শিক্ষিত ভদ্ৰলোকৰ ঘৰলৈ গৈ দেখা সাক্ষাত কৰিলো। প্ৰায় সকলো ঠাইতে সুৰেন্দ্ৰ বাবুয়ে লগত লৈ মোৰ পৰিছয় পৰ্ব সমাধা কৰি দিছিল আৰু অৱশ্যে মোক অনেক প্ৰশংসা কৰিছিল। এই বিলাক

দেখা সাক্ষাতত অসমীয়া পুৰণি সাহিত্য, অসমীয়া ভাষা আৰু অসমৰ লগত ৰংপুৰৰ সম্বন্ধ সম্পৰ্কীয় কথা বাৰ্ত্তাই বেছি হৈছিল তাৰ বঙ্গালী ভদ্ৰলোকসকলে এইবোৰ কথাত যোগ দিলেও বৰ ভাল নাপাইছিল যেন লাগিছিল।

কোচবিহাৰৰ নিচিনা ৰংপুৰতো মই দুই এঠাইত বক্তৃতা কৰিব লগা হৈছিল। সেইবোৰ উল্লেখ কৰি পুঠি বঢ়োৱাৰ বিশেষ আৱশ্যক নাই। কিন্তু সুৰেন্দ্ৰ বাবুৰ অনুৰোধত সাহিত্য পৰিষদ দিয়া বক্তৃতাও অসমৰ পুৰাতত্ব সম্বন্ধীয় আছিল। বিষয় নিৰ্ব্বাচন কৰিছিল সুৰেন্দ্ৰ বাবুই। সাহিত্য পৰিষদ ভবনত নিৰ্দ্দিষ্ট দিনত বক্তৃতাৰ ব্যৱস্থা কৰিলে। মোৰ বক্তৃতা মানুহে ভাল পালে। এজন অৱসৰপ্ৰাপ্ত ইঞ্জিনিয়াৰ ৰংপুৰত— ঐতিহাসিক বুলি তেওঁৰ খ্যাতি আছে; তেওঁ মোৰ বক্তৃতাৰ প্ৰশংসা কৰিলে আৰু প্ৰাচীন খেতিৰ বিষয়ে কিছু কলে। তেওঁৰ কাৰ্য্য কালত সেইবোৰ অনুসন্ধান কৰাৰ তেওঁৰ সুযোগ আছিল বুলিও জনালে। মোৰ বক্তৃতাত আন আন কথাৰ ভিতৰত প্ৰচীন কালত যে ৰংপুৰ নগৰ ভগদত্ত ৰজাৰ দ্বিতীয় ৰাজধানী প্ৰমোদনগৰ আছিল এই কথাও কলো। ৰংপুৰৰ দিমলীয়াৰ ৰজাক কটকী ক্ষত্ৰিয় বুলে। এবাৰ বঙ্গীয় গৱৰ্ণমেণ্টে উত্তৰ বঙ্গৰ জমিদাৰ সকলৰ আতি গুৰি বিচাৰোতে দিমলাৰ ৰজা ঘৰ কটকৰ পৰা অহা কাৰণে কটকী কায়স্থ বুলি ৰিপোৰ্টও লিখা বুলি সুৰেন্দ্ৰ বাবুৰ পৰাব জানিব পাৰিছিলো। সুৰেন্দ্ৰ বাবু নিজেই উত্তৰ বঙ্গজমিদাৰ সম্মিলনৰ সম্পাদক আৰু উক্ত ৰিপোৰ্টও তেওঁয়ে দিছিল। ইয়াৰ কোনো লিখিত বিবৰণ নাছিল। সেই কাৰণে মই এই কথাৰ প্ৰতিবাদ কৰি কটকী কায়স্থসকল অসামৰ কটকীৰ বংশধৰ; অসামৰ পৰা ৰংপুৰলৈ কটকী খাতা প্ৰমাণ ৰংপুৰ সভাত পোৱা

পুৰণি বুৰঞ্জী আৰু বাদশাহ নামাৰ পৰা উদ্ধৃত কৰি দেখুৱাই ছিলো। ৰংপুৰৰ বাহিৰ বন্ধ আৰু ভিতৰ বন্ধ পৰগনা যে আহোম ৰজা ৰুদ্ৰসিংহই যৌতুক স্বৰূপে পাইছিল এইবোৰ কথা আৰু কৰতোয়া নদীলৈ আসাম ৰাজ্যৰ সীমা থকা আদিৰ কথা কোৱা বাবে মোৰ বক্তৃতা শ্ৰোতা সকলৰ মনোৰঞ্জক হৈছিল।

ৰংপুৰৰ জমিদাৰ, ডাক্তৰ, উকীল, হাকিম প্ৰভৃতি উচ্চশ্ৰেণীৰ প্ৰায়লোক বাঙ্গালী, স্থায়ী বাসিন্দা ৰাজবংশী বিলাকৰ ভাষা দক্ষিণ দেশী ; আৰু দক্ষিণ দেশী বিলাকেও এই ৰাজবংশী বিলাকক "বাহে" বোলে। "বাহে" বথাটো আমাৰ দেশৰ ঢেকেৰী কথাৰ নিচিনা অৱজ্ঞাসূচক। ইত্যাদি কাৰণত ৰাজবংশী আৰু দক্ষিণদেশী সকলৰ মাজত মনোমালিন্য আছে। বঙ্গালী অভিজাত সম্প্ৰদায়ৰ কায়স্থ, ব্ৰাহ্মণ, বৈদ্য প্ৰভৃতিয়ে ৰাজবংশী বিলাকক হেয় জ্ঞান কৰে। এই কাৰণেই ৰায়চাহেব পঞ্চানন বৰ্মাৰ এই অভিজাত সম্প্ৰদায়ৰ লগত বিশেষ মিলাপ্ৰীতিৰ ভাব নাছিল। প্ৰধানতঃ এই কাৰণেই সুৰেন্দ্ৰ বাবুৰ লগ এৰি মই অকলে গৈ পঞ্চানন বৰ্মাৰ লগত দেখা কৰিলো। ৰায়চাহেব পঞ্চানন বৰ্মাই মোক আগৰে পৰা জা নছিল। গতিকে পৰিচয় দিবৰ বাবে কোনো ভুমিকাৰ প্ৰয়োজন নহল। নাম কোৱা মাত্ৰে চিনি পালে। তেওঁৰ লগত নানা প্ৰকাৰ কথা বাৰ্ত্তা হলো। অসমৰ ভাষা-কৃষ্টি ইতিহাস ইত্যাদি। পাছত জানিব পাৰিলো—ৰাজবংশী অধ্যুষিত কোচবিহাৰ, ৰংপুৰ আৰু জলপাইগুৰি জিলাক আসামৰ লগত লগ কৰি কামৰূপ নামে এখন প্ৰদেশ গঠন কৰাৰ তেওঁ পক্ষপাতী। প্ৰথমে এই কথাৰ যৌক্তিকতা মই তেওঁৰ পৰা জানিলো। পাছত অনেক সময়ত এই কথাৰ মই উল্লেখ

কৰিছো।

বংপুৰত থাকোতে ৰাজসাহীৰ এজন শিক্ষিত ডেকাৰ পৰা জানিব পাৰিলো যে ৰাজসাহীৰ মুছলমান এজনৰ ঘৰত এখন সাচীপাতৰ বৰগীতৰ পুথি আছে। সেই পুথিখন তেওঁ লোকে অতি পবিত্র বুলি বিবেচনা কৰি যত্নেৰে সৈতে ৰক্ষা কৰিছে। এখন পুথিৰ বাবে ৰাজসাহী গাৱঁলৈ যাবৰ ইচ্ছা নহল। গতিকে যথা সময়ত ফিৰিলো।

ঘৰত আহি ৰংপুৰৰ অনুসন্ধান কাৰ্য্যৰ বিবৰণী প্রস্তুত কৰি সাহিত্য সভালৈ পঠালো। কোচবিহাৰৰ বিবৰণীৰ নিচিনা এই খনতো সমস্ত কথা পুখানুপুঙ্খ ৰূপে লিখিছিলো, আৰু লগতে বেলেগ চিঠি এখনত ৰায়চাহেব পঞ্চানন বৰ্ম্মাক এবাৰ সাহিত্য সভাৰ সভাপতি পাতিবলৈ কাৰ্য্য-নিৰ্ব্বাহক সভাক অনুৰোধ কৰিছিলো। মোৰ এই অনুৰোধৰ যৌক্তিকতা সকলোৱে স্বীকাৰ কৰিছিল।

কোচবিহাৰ আৰু ৰংপুৰৰ অনুসন্ধান কাৰ্য্য সাহিত্য সভাৰ মনঃপুত হৈছিল। সেই কাৰণে সাহিত্য সভাত মোক ধন্যবাদ জনাই এটা প্রস্তাব গ্রহন কৰি তাৰ প্রতিলিপি মোক দিছিল। কোচবিহাৰ আৰু ৰংপুৰৰ অনুসন্ধান কাৰ্য্য মই অবৈতনিক ভাবে কৰিছিলো। কোৱা উচিত যে সাহিত্য সভাৰ পৰা এই দুয়ো কাৰ্য্যৰ বাবে মোক হাতখৰচৰ বাবে কিছু টকা দিছিল। চাকৰ আৰু পাচকৰ দৰমহাৰ বাবে কিন্তু টকা মোৰ পৰাহে খৰচ হৈছিল।

(১১)

চৰকাৰী কামৰ হেচাত সৰুগোসাই সাহিত্য সভাৰ

সম্পাদকৰ ৰাব এৰি দিব লগা হল আৰু লগে লগে সাহিত্য সভাৰ বেগও মন্দীভূত হল। ক্ৰমে সাহিত্য সভাৰ গতি স্থগিত হল। অৰ্থাৎ কোনো নতুন কাম আদি নোহোৱা হল। পুৰণি যি আছিল সি থাকিল। চৰকাৰী সাহায্য স্থগিত এনেকি এখন সাহিত্য সভা দুখনত পৰিণত হল।

সাহিত্য সভাৰ এনে হেমেজালি ঘটাৰ আগন্তুক বুজিব পাৰি অসম সাহিত্য সভাৰে পৰিপূৰক হিচাবে গুৱাহাটীত কামৰূপ সাহিত্য সমাজ স্থাপিত হল। কালিৰাম মেধি, হৰ-মোহন দাস, কেশৱ চন্দ্ৰ দাস, আদানাথ শৰ্ম্মা আৰু সৰু-গোসাই প্ৰভৃতি এই কামৰূপ সাহিত্য সমাজ স্থাপনত ভাগ আগ ললে।

কামৰূপ সাহিত্য সমাজৰ কাম কিছুমান দিন ভালকৈ চলাৰ পাছতে ইয়াৰো গতি মন্দীভূত হল। কাৰ্য্যনিৰ্ব্বাহক সভাত নানা প্ৰকাৰ কাৰ্য্যৰ আচনি গ্ৰহন কৰা হয়; কিন্তু আচলতে কোনো কাম নহয়। এনে অৱস্থাত কিছুদিন থকাৰ পাছত সৰুগোসাই পেঞ্চন লৈ গুৱাহাটীলৈ আহিল।

সৰুগোসাই গুৱাহাটীলৈ অহাৰ পাছত কামৰূপ সাহিত্য সমাজ কামিলা কৰিবলৈ যত্ন আৰম্ভ কৰিলে। তেওঁ কামৰূপৰ সাহিত্যিক সকলক গোট খুৱাই এখন বাৰ্ষিক অধি-বেশন পতাৰ পৰামৰ্শ দিলে। এই অনুসাৰে কাৰ্য্য নিৰ্ব্বাহকৰ সমিতি এখন, বৃহৎ বাৰ্ষিক অধিবেশন পাতিবলৈ যো-জা কৰিলে।

সৰ্ব্বসম্মতিক্ৰমে মোক সেই অধিবেশনৰ সভাপতি পাতিলে। মইও আনন্দৰে সৈতে সম্মতি দিলো। এই অধি-বেশনত মই এটা মূল্যবান অভিভাষণ দিওঁ। এই অভিভাষণ মৌখিক আছিল। বয়সৰ গুণত বোধকয় লেখাৰ প্ৰতি মোৰ

অৱহেলা হৈ আহিছে। গতিকে এতিয়া প্ৰায় সভা সমিতিতে কিবা কব লগা হলে মৌখিক ভাবেই কওঁ।

এই অভিভাষণত আন কথাৰ লগত ভাল প্ৰকাশক বা প্ৰকাশক সঙ্ঘী নহলে আৰু লগতে ব্যৱসায়ী সাহিত্যিক একদল নোলালে যে সাহিত্যৰ উন্নতি হব নোৱাৰে এই কথাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰো। ব্যৱসায়ী সাহিত্যিক মানে যোনে পইচাৰ বাবে সাহিত্য সৃষ্টি কৰে।

এনে সাহিত্যিক নহলে যে দেশ, কাল আৰু পাত্ৰ মনোভাব বুজি সাহিত্য সৃষ্টি কৰিব নোৱাৰে ই ধ্ৰুবসত্য। আৰু প্ৰকাশক নহলে যে সকলো সাহিত্যিকে নিজে ৰচনা কৰা সাহিত্য প্ৰকাশ কৰিব নোৱাৰে ইও ধ্ৰুবসত্য। সাহিত্য-সেৱী, সাহিত্যকৰ অৰ্থৰ প্ৰয়োজন অনান্য ব্যৱসায়ী সদৃশ সাহিত্যৰ বেছা কিনা কৰি খোৱা প্ৰকাশকৰো নিতান্ত আৱশ্যকতাৰ কথা মই বিশেষ ভাবে অনুভব কৰিছিলো।

এই অভিভাষণত সাহিত্যৰ গতি-প্ৰকৃতি, সাহিত্যৰ স্বাধীনতা প্ৰভৃতিৰো আলোচনা আছিল। প্ৰগতি মূলক সাহিত্য বুলিলে নো কি বুজা উচিত মোৰ ধাৰণা অনুসৰি তাৰো ব্যাখ্যা কৰিছিলো।

এই অভিভাষণো মোৰ ভালেই হৈছিল। সৰু গোঁসাইৰ প্ৰশংসা মই গুৰুত্ব বুলি অনুভব কৰিছিলো। অলপ দিনৰ আগতে জাননী পাইও এনে মৌখিক ভাবে এনে উত্তম অভিভাষণ দিয়াৰ বাবে গুৱাহাটীৰ বাহাত আহি মোক প্ৰশংসা কৰিলে। ইয়াৰ বাহিৰেও মই অনেক ঠাইত অনেক সভা-সমিতিত সাহিত্যৰ সম্বন্ধে আলোচনা কৰিছিলো। অনেক অনুষ্ঠানত সভাপতি স্বৰূপে, নিৰ্দ্দিষ্ট বক্তা স্বৰূপে বক্তৃতা কৰিছো। সেইবোৰ সকলো কথা এতিয়া মনত নাই। কিছু মনত

পৰিলেও লিখাৰ আৱশ্যক নাই! নিজৰ কথা নিজে কিমান লিখিম। মোৰ জীৱনৰ গতি-প্ৰকৃতি ভবিষ্যত বংশীয় সকলে বুজিবৰ বাবে যিখিনি লিখিবৰ আৱশ্যক বুলি ভাবিছো তাকে মাত্ৰ ইয়াত লিখিলো।

তেতিয়াৰ পৰা মই কামৰূপ সাহিত্য সমাজতো যুক্ত হৈ আছো। কিন্তু সাহিত্য সমাজৰ বাবে একো কৰিব পৰা নাই। কামৰূপ সাহিত্য সমাজো এতিয়া উপযুক্ত উৎসাহী আৰু গঠন কাৰ্য্যত পৈণত কৰ্ম কৰ্ত্তা নথকাৰ বাবে কেনোমতে মৰো জীও কৰি 'কলধপ কল ধপ'' কৈ ধাতু ধৰি আছো। নাজানো ইয়াক কেতিয়া কোনে সঞ্জীৱনী ৰসায়ণ প্ৰয়োগ কৰি তুলিব।

মোৰ সাহিত্য সেৱাৰ এইয়ে সংক্ষিপ্ত বিবৰণ। ইয়াত মোৰ জীৱন স্মৃতিৰো দ্বিতীয় খণ্ডৰ সামৰণি। কলিকতা প্ৰবাসী মোৰ পঞ্চম পুত্ৰ শ্ৰীমান প্ৰভাস চন্দ্ৰ গোস্বামীৰ উদ্গনি পাই এই খণ্ডৰ ৰচনা শেষ কৰিলো, আৰু তিনি খণ্ডত মোৰ জীৱন স্মৃতি শেষ হব বুলি ভাবিছো। তৃতীয় খণ্ডত থাকিব মোৰ সমাজ সেৱা আৰু গঠন মুলক কামৰ কথা, চতুৰ্থ খণ্ডত থাকিব ৰাজনৈতিক জীৱনৰ কথা আৰু পঞ্চম খণ্ডত থাকিব মোৰ ব্যক্তিগত স্বভাব চৰিত্ৰ, ধৰ্ম্মমত ইত্যাদিৰ বিষয়। ভগবন্ত পুৰুষে কেতিয়া কি প্ৰেৰণা দি এই তিনি খণ্ড শেষ কৰে তাক আজি নাজানো। যি সকলৰ বাবে লিখিলো তেওঁলোকৰ তৃপ্তিকৰ হলেই মোৰ পৰিশ্ৰম সকল হোৱা বুলি জানিম। ভগবন্তৰ চৰণত প্ৰণতি জনাই সম্প্ৰতি এই কাৰ্য্যৰ পৰা বিৰত হলো।

# তৃতীয় খণ্ড

## ( ১ )

চাৰি বছৰৰ পাছত মোৰ পুত্ৰ সকলৰ খেচ খেচনিত আকৌ জীৱন স্মৃতিৰ তৃতীয় খণ্ড লিখিবলৈ কাম হাতত ললোঁ। এই খণ্ডত মনত পৰা অনুসৰি মোৰ সমাজ সেৱা আৰু গঠনমূলক কামৰ চমু বিবৰণ থাকিব।

সমাজ সেৱাৰ ভিতৰত মই প্ৰথমতে কন্যা পণৰ ভীষণ অনিষ্টকাৰিতাৰ কথা কম আৰু এই অনিষ্টকৰ প্ৰথা কেনেকৈ কামৰূপত নোহোৱা হল তাৰো আলোচনা কৰা হব। কন্যা পন বুলিলে অকল গা ধনে নহয়; বাধ্য কৰি লোৱাৰ তামোল-পান, গহণা-পতি, কাপোৰ কানিও তাৰ অন্তৰ্গত। এই প্ৰথাৰ প্ৰতি মোৰ সৰুৱে পৰা বিৰূপ ধাৰণা আছিল। আমাৰ গাৱঁৰে শিষ্য দুখৰ বামুণৰ কেইবাগৰাকী ছোৱালী বিয়া দিছিল। আমাৰ পিতা তেওঁলোকৰ গুৰুজন আছিল। প্ৰতিটো বিয়াতে পিতাক নিমন্ত্ৰণ কৰিছিল আৰু প্ৰতিটো বিয়াতে পিতাক ধুতি চাদৰ আৰু বানাত কাপুৰ দিছিল। ইয়াৰ উপৰিও দক্ষিণাত নগদ পাচ টকাৰ কম নাছিল। গাৱঁৰ বিয়া আৰু মই বয়সতো সৰু, সেই কাৰণে বিয়ালৈ যোৱাৰ সৌভাগ্য মোৰ ঘটিছিল। পতিকে সেই সৰু কালতে দেখা কন্যাপণৰ অৱস্থা মই লিপিবদ্ধ কৰিবৰ চেষ্টা কৰিম। পিতাক যিদৰে দান দক্ষিণা দিব লাগিছিল, সেই পৰিমাণে নহলেও আন নিমন্ত্ৰিত আৰু অনিমন্ত্ৰিত ব্ৰাহ্মণ সজ্জনকো সাজ আৰু দক্ষিণা দিব লাগিছিল। এই কাৰ্য্যৰ বাবে বিয়াৰ খৰচতে বৰপক্ষৰ পাঁচ-সাত শ টকা খৰচ হৈছিল। ইয়াৰ

উপৰিও ছোৱালীৰ গাধন বাবদ সাত শৰ পৰা তেৰ শলৈ টকা কইনাৰ পিতাকে লোৱা নিজে জানো। মোমায়েকৰ অৰি-হনা, শাহুয়েকক বিহামেখেলা, আবুয়েকক ভুটীয়া ঠগা ইত্যাদি দিয়াটোও বাদ পৰা নাছিল। এই অণুক্রমে বামুণৰ বিয়া এখন হব লাগিলে সকলো মিলি তিনি চাৰি হাজাৰ টকাৰ আৱশ্যক হৈছিল। গতিকে অনেক বামুণৰ বিয়া নহৈছিল আৰু অনেকৰ বুঢ়া বয়সত হৈছিল। অনেকে সম্পত্তি দিও বিয়া কৰাব লাগিছিল। বুঢ়াকালত বামুণ বিলাকে বিয়া কৰাব লগা হোৱাত সমাজত বিধবাৰ সংখ্যাও বেছি আছিল। ব্যভিচাৰৰ মাত্রাও অতি বৃদ্ধি হৈছিল। অনেক স্থলত বৰ পক্ষই কন্যাৰ বিশেষ আত্মীয় বা গাৱঁৰ মেলেকো সকলকো ভেটি দিব লাগিছিল। এই ভেটিৰ পৰিমাণো কম নাছিল।

এতিয়া সলনি দি বিয়া কৰোৱা প্রথা নাইকিয়া হৈছে। গতিকে সলনি দিয়া বিয়াৰ কথা অলপ লিখিম। যিজনে সলনি দি বিয়া কৰাই তেওঁ বাব ছোৱালী বিয়া কৰাব, তেওঁলৈ বা তেওঁৰ পুতেক ভায়েক আদিলৈ নিজৰ পোষ্যা কোনো ছোৱালী বিয়া দিব পাৰিলে টকা কড়িৰ বিশেষ আৱশ্যক নহৈছিল। নিজ পক্ষৰ খৰচ নিজে কৰিছিল। কিন্তু কইনাৰ বয়স আৰু ৰূপৰ তুলনাধিক্যত উপৰি গাধন দিব লাগিছিল।

সমাজৰ এনেকুৱা অৱস্থা হোৱা কাৰণে বিয়াপাতি দিবলৈ সমাজতে এক শ্রেণীৰ এজেন্টৰ সৃষ্টি হৈছিল। তেওঁ-লোকক মহাজন বুলিছিল। এই মহাজনসকলে বৰলা বামুনৰ আত্মীয় স্বজনৰ লগত মিলি-জুলি তেওঁলোকক কথাৰে মুগ্ধ কৰি ঘৰলাৰ বিয়া পাতিবৰ দিহা কৰে।

এই মহাজনসলে বৰ পক্ষক নগদ টকা, ধান তামোল

পান মিঠৈ আদি দি সহায় কৰে। বিয়াৰ পিচত সকলো বস্তুৰে দাম হিচাব কৰি মুঠ টকা ধাৰলৈ দি মাটিবাৰী জামিন ৰাখি দলিল কৰি লয়। ধাৰ দিওঁতে কমপক্ষে শতকৰা দহ টকা মুখচাৱনি হিচাবে লৈ শতকৰা বছৰি পচিশ টকা নাইবা ত্ৰিশ টকা সুতত ধাৰলৈ দিছিল। মুখচাওনিৰ টকাও মূলৰ লগত ধৰি দলিলত লিখি লৈছিল। গতিকে নিজে টকা নিদিয়াকৈয়ে শতকৰা দহ টকাৰ সুত লব পাৰিছিল। এইদৰে বিয়া সম্পন্ন হৈ যোৱাৰ পাছত বৰ নাইবা ৰবৰ যি উপযুক্ত আত্মীয় থাকে তাক বিলাত কৰিবলৈ পঠাই দিয়ে। বিলাত কৰাৰ অৰ্থ গোৱালপাৰা, কোচবিহাৰ, ৰংপুৰ আদি ঠাইত যাজনিক কৰা। এই দৰে বিয়া কৰোৱা বামুণ বিলাক উক্ত মহাজনসকলৰ সুত যোগোৱা যন্ত্ৰ হৈ পৰে। এওঁলোকে বিলাতৰ পৰা সুতৰ টকা দি থাকিব পাৰিলে মহাজনসকলে মূল টকাৰ কাৰণে বিশেষ তাগিদ নকৰে। কিন্তু সুতৰ টকা বাকী পৰিলে সুতকে মূল ধৰি আকৌ দলিল কৰি লয়। এইদৰে চক্ৰবৃদ্ধি হাৰে সুত বাঢ়ি গৈ বামুণসকলৰ অৱস্থা কাহিল হৈ পৰিলে মাটি-বাৰী খিনিকে মহাজনে লৈ যায়। এনেকৈয়ে বিয়া কৰোৱা বামুণবিলাকৰ আৰ্থিক অৱস্থা হীন হলে তেওঁলোকৰ ব্ৰাহ্মনোচিত গুণ বহু পৰিমাণে নোহোৱা হয়। শিক্ষা দীক্ষাও নোহোৱা হয়। এইদৰে বামুনবিলাকৰ আৰ্থিক অৱস্থাহীনহৈ পৰে। তেওঁলোকৰ উদ্গতিৰ কোনো উপায় নাছিল। অৱশ্যে বিলাত কৰা দুই এঘৰ বুদ্ধিমান আৰু কৰ্মীলোকৰ অৱস্থা যে ভাল নহৈছিল এনে নহয়। তেওঁলোকে ইয়াতো আৰু বঙ্গদেশতো কিছু কিছু সম্পত্তি কৰি লব পাৰিছিল। কিন্তু এই সকলৰ সংখ্যা নগন্য আছিল। এই পাপৰ পৰা বামুণ বিলাক মুক্ত হলেও আগৰ অৱস্থা পাবলৈ এতিয়াও বহু

থাকী আছে। সুখৰ বিষয় এতিয়া বামুণবিলাকৰ সৎসাহস আৰু শিক্ষা দীক্ষা বাঢ়ি আহিব ধৰিছে।

এই কুপ্ৰথা নিবাৰণৰ বাবে সেই সময়ৰ সমাজৰ নেতা মোৰ পিতা ৺ললিত চন্দ্ৰ গোস্বামী, ৺বংশীধৰ বুজৰবৰুৱা তহচিলদাৰ ৺ভবানী মল্ল বৰুৱা ৺ উত্তম চন্দ্ৰ বৰুৱা ৺সোণাপতি দত্ত প্ৰভৃতি লোকসকলে নলবাৰী কাছাৰী ঘৰৰ আগত সৰ্ব প্ৰথমে কন্যাপণ নিবাৰণী নামে এখন সভা পাতে। সেই সভাত লক্ষ্মীনাথ শৰ্ম্মা পণ্ডিতে এটা প্ৰবন্ধ পাঠ কৰে বুলি মোক কৈছে। সেই প্ৰবন্ধটো পালে ইয়াৰ লগতে যোগ কৰিবৰ ইচ্ছা মোৰ আছে।

এই সভা কেনেকৈ কি কাৰণত বন্ধ হল মই কব নোৱাৰো। ইয়াৰ বহুদিন পাছত কন্যাপণ নিবাৰণী সভা আকৌ জাগি উঠিল। এই জাগৰণ কাৰ দ্বাৰা কি প্ৰকাৰে হল তাকো মই কব নোৱাৰো। এই কন্যাপণ সভাৰ জাগৰণত মোৰ কোনো কৃতিত্ব নাই সচাঁ, কিন্তু কন্যাপণ নিবাৰণৰ বাবে মই জাপ দি পৰিলো। ৰাতি-দিনে এই চিন্তাই হল যে কেনেকৈ নো এই কন্যাপণ নিবাৰণ কৰিব পাৰি। এইকাৰ্য্যত পৰলোকগত ৰত্নাকৰ সিদ্ধান্তৰত্ন, শিৱনাথ স্মৃতিতীৰ্থ, তাৰানাথ চক্ৰবৰ্ত্তী কাব্যবিনোদ প্ৰভৃতি আন শ্ৰেষ্ঠ লোক সকলেও যথেষ্ঠ চেষ্টা-যত্ন কৰিছিল। আৰু সকলোৰে চেষ্টাত এই পাপ প্ৰথা চিৰকাললৈ বন্ধ হল। ইয়াৰ আৰু পুণৰুত্থান নহব যেন লাগে। কন্যাপণ নিবাৰণী সভাৰ কাৰ্য্য কিদৰে কৰা হৈছিল মই এতিয়া তাৰে কথা কম। এই সভা ব্ৰাহ্মণ সকলৰ ভিতৰতে আৰম্ভ আছিল। অৱশ্যে আন আন শ্ৰেষ্ঠ লোক সকলেও সহায় কৰিছিল। আনলোকৰ বিশেষ যোগ নথকাৰ কাৰণ—তেওঁলোকৰ মাজত কন্যাপণ প্ৰথা থাকিলেও

এনে অনিষ্টজনক নাছিল।

কন্যাপণ নিবাৰণীৰ কাৰ্য্যক্ৰম তলত লিখা অনুৰূপে স্থিৰ কৰিবলৈ আৰম্ভ কৰা হৈছে। প্ৰথমতে ডাঙৰ ডাঙৰ ব্ৰাহ্মণ-প্ৰধান গাৱঁত সভা পাতি তাত কন্যাপনৰ দোষবিলাক দেখুৱা হৈছিল। শিৱনাথ স্মৃতিতীৰ্থ মহাশয়ে স্মৃতি শাস্ত্ৰৰ পৰা বচন উদ্ধৃত কৰি খুব সুন্দৰ বক্তৃতা কৰিছিল। তাৰানাথ চক্ৰবৰ্ত্তী প্ৰভৃতিও বক্তৃতা কৰিছিল। এই বক্তৃতাবোৰ হৃদয়গ্ৰাহী হৈছিল। মই অৰ্থনীতিৰ ফালটো ভালকৈ দেখুৱাই বক্তৃতা কৰিছিলোঁ। এনেকুৱা বক্তৃতাৰ ফলত অধিক সংখ্যক লোকৰে কন্যাপণৰ প্ৰতি ঘৃণাৰ সৃষ্টি হৈছিল। অৱশ্যে অনেক কন্যাৰ গৰাকী ইয়াত সন্মত হোৱা নাছিল। এই বোৰ সভাত চাৰিও ফালৰ পৰা ব্ৰাহ্মণ সকল উপস্থিত হৈছিল। এনেকুৱা একোটা সভাত কম পক্ষেও চাৰি-পাচ শ বামুণ আৰু দুই তিনি শ অন্য জাতিৰ মানুহ উপস্থিত হৈছিল আৰু সৰ্ব্বসম্মতি ক্ৰমে কন্যাপণৰ বিৰুদ্ধে প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। প্ৰত্যেক সভা হোৱা স্থানতে স্থানীয় সম্পাদক একোজন পতা হৈছিল। এই সম্পাদকজনৰ কাম হৈছিল—তেওঁৰ এলেকাত য'তে বিয়া হয় তালৈ গৈ পণ লোৱা-নোলোৱাৰ বিষয় অনুসন্ধান কৰা। অনুসন্ধানৰ ফলত পন লোৱাৰ প্ৰমাণ পালেই বা সন্দেহ হলেই ব্ৰাহ্মণসমাজক খবৰ দিয়া। ব্ৰাহ্মণ সমাজবো ঠায়ে ঠায়ে ভিন্ ভিন্ সম্পাদক আছিল। তেওঁলোকে নিজ নিজ ঠাইৰ ব্ৰাহ্মণ সকলকলৈ এটা নিৰ্দ্দিষ্ট তাৰিখে বিবাহ হব খোজা গাৱঁত উপস্থিত হৈ কন্যাপন নিবাৰণীৰ একোখন অধিবেশন পাতি কন্যা আৰু বৰ পক্ষক বুজাই বঢ়াই পণ লোৱা বন্ধ কৰিছিল নাইবা লোৱা পণৰ টকা ঘুৰাই দিয়াইছিল আৰু এই গৰ্হিত কাৰ্য্য কৰাৰ বাবে কিছু

অর্থদণ্ড কৰিছিল। এই দণ্ডৰ অৰ্থ যি ঠাইত বিয়া হৈছিল সেই ঠাইৰ প্ৰধান সম্পাদকৰ হাতত জমা আছিল। এনেকৈ কৃত কাৰ্য্য হব নোৱাৰিলে বিয়াৰ দিনা গৈ ব্ৰাহ্মণ বিলাক বিয়াৰ স্থানত উপস্থিত হৈছিল আৰু তেতিয়া আৱশ্যকীয় ব্যৱস্থা অৱলম্বন কৰি পণৰ টকা ঘূৰাই দিয়াইছিল। টকা খৰচ হৈ গলে তাকে বৰ পক্ষক দি দিব দিছিল আৰু বাকী টকাৰ বাবে জামিন বা হেণ্ডনোট লোৱা হৈছিল। এইদৰে কাৰ্য্য কৰাৰ ফলত তিনি বছৰ মানৰ ভিতৰত কন্যা-পণ বন্ধ হৈ গল। এই উপায়ে প্ৰায় সকলো ঠাইতে কৃত-কাৰ্য্য হোৱা গৈছিল। দুই এঠাইত অকৃতকাৰ্য্য হলে তেওঁ-লোকক সামাজিক বয়কট কৰিছিল অৰ্থাৎ এৰি থৈছিল। এইৰূপে অকৃত কাৰ্য্য হোৱা বিয়া এটাৰ কথা মোৰ এতিয়াও মনত আছে। সেই বিয়া হৈছিল বিহামপুৰত। উয়াত অকৃতকাৰ্য্য হোৱাৰ প্ৰধান কাৰণ গাঁৱৰ মানুহৰ অসহযোগ আৰু প্ৰধানকৈ গাঁৱৰ এজন মুখিয়াল লোকৰ ভিতৰি ভিতৰি কন্যা পক্ষক টকা ঘূৰত নিদিবলৈ উদগনি দিয়া বুলিয়ে মোৰ বিশ্বাস; যদিও কোনো স্পষ্ট প্ৰমাণ পোৱা নগৈছিল।



( ২ )

এতিয়া মই কামৰূপ জাতীয় উন্নতি বিধায়িনী সভাৰ সম্বন্ধে চমু বিৱৰণ এটা দিয়াৰ চেষ্টা কৰিম। আচলতে এই সভাৰ দ্বাৰাই কামৰূপৰ যথেষ্ট উন্নতি হৈছে আৰু মোৰ জীৱনৰ প্ৰধান প্ৰধান গঠনমূলক কাৰ্য্যবোৰ এই সভাৰ জৰিয়তে হৈছে। তাক পাচত কম। আগেয়ে এই সভাৰ প্ৰতিষ্ঠাতা ৺তাৰানাথ গোস্বামীৰ কথা অলপ কোৱা সঙ্গত হব।

৺তাৰানাথ গোস্বামী স্মৃতিৰত্ন মহাশয় সাধু সচ্চৰিত্ৰ বিনয়ী, বিদ্বান, বুদ্ধিমান আৰু উদ্যোগী পুৰুষ আছিল। তেওঁৰ আদি নিবাস কামৰূপৰ হাঁহদিয়া সত্ৰত আছিল। পঢ়িবৰ বাবে ৺ভূধৰ অধ্যাপকৰ পঢ়াশালিত আছিল। ভূধৰ অধ্যাপকৰ ঘৰ উপৰ বৰভাগ মৌজাৰ কঁহাৰজাৰ গাৱঁত আছিল। ভূধৰ অধ্যাপকে সেই সময়ৰ প্ৰসিদ্ধ শাস্ত্ৰজ্ঞ অধ্যাপক আৰু পৰম সাধু, পৰিশ্ৰমী, অদ্ৰোহীলোক আছিল। তাৰানাথে অধ্যাপকৰ সকলো সদ্‌গুণকে অধিকাৰ কৰিছিল। সেই সময়ৰ সংস্কৃত পঢ়া ছাত্ৰ আৰু অধ্যাপকসকলে সংস্কৃত ভাষাত অনৰ্গলে কথা কব নোৱাৰিছিল। আজিও দুই চাৰিজনে মাত্ৰ কব পাৰে।

তাৰানাথ গোসাইৰ বিশেষ গুণ এইটো আছিল যে তেওঁ সংস্কৃত ভাষাত অনৰ্গলে কথা কব পাৰিছিল। শাস্ত্ৰাৰ্থ বিচাৰ কৰিব পাৰিছিল আৰু আৱশ্যক হলে বক্তৃতাও দিব পাৰিছিল। এই গুণ থকা কাৰণে তেওঁ আঠঘৰীয়াৰ ৺মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ দৃষ্টি আকৰ্ষণ কৰিলে; তাৰ ফলত তেওঁ মহামহোপাধ্যায়ৰ বিদুষী কন্যা ৺স্বৰস্বতী দেৱীক বিয়া কৰাইছিল।

এই বিয়াৰ পাছত গোসাই কছাঁৰজাৰ পঢ়াশালি এৰি গৌৰীপুৰৰ তাৰিনী প্ৰিয়া চতুষ্পাঠীলৈ গৈ ৺মহামহোপধ্যায় আদ্যনাথ ন্যায়ভূষণ মহাশয়ৰ ছাত্ৰ হৈ স্মৃতি শাস্ত্ৰ অধ্যয়ণ কৰে। সেই সময়ত অসমত ন্যায়ভূষণ মহাশয় প্ৰধান ব্যক্তি আছিল। তাৰিণী প্ৰিয়া চতুষ্পাঠীত তেওঁ বিদ্যা সমাপন কৰি গৌৰীপুৰতে সস্ত্ৰীক বাস কৰে আৰু নিজৰ বুদ্ধি বৃত্তিৰ বলত অনেক শিষ্য আদিও কৰে। ক্ৰমে তেওঁৰ ঘৰতে ৺ধীবেশ্বৰ চতুষ্পাঠী স্থাপন কৰি অনেক ছাত্ৰক বিদ্যা আৰু অন্নদান কৰিছিল। পাছত ৰাজাবাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱাৰ অনুৰোধত গৌৰীপুৰ হাইস্কুলৰ সংস্কৃত পণ্ডিতৰ পদ গ্ৰহণ কৰিছিল। তেওঁ চৰিত্ৰ গুণে ৰাজাবাহাদুৰৰ বৰ প্ৰিয় পাত্ৰ হৈছিল। পৰবৰ্ত্তী কালত ৰাজাবাহাদুৰ প্ৰভাত চন্দ্ৰ বৰুৱাৰ উদ্যোগত গোসাইদেৱে কামৰূপ সংস্কৃত সভাৰ অনুকৰণত গোৰীপুৰত বিদ্যোৎসাহিনী সভা স্থাপন কৰে। আৰু বঙ্গীয় বোৰ্ডৰ আদ্য, মধ্য পৰীক্ষাৰ কেন্দ্ৰও তাত পাতে। ৰাজাবাহাদুৰ আৰু বিজনীৰ ৰাণী—৺অভয়েশ্বৰী দেবীৰ অৰ্থানুকুল্য স্বত্বেও এই সভা স্থায়ী নহল। গোসাইদেৱ সংস্কৃত এচোচিয়েচনৰ আজীৱন মেম্বৰ আছিল। এবাৰ সংস্কৃত কনভোকেচনৰ সভাপতিৰ পদো অলঙ্কৃত কৰিছিল। আৰু এটা তেওঁৰ বিশেষ স্বভাব আছিল সভা সমিতি পাতি বক্তৃতা দিয়া।

বৰভাগ মৌজাত কোনো কোনো গাৱঁত তেওঁলোকৰ পৈতৃক শিষ্যাদি আছে। সেই কাৰণে তেওঁ মাজে সময়ে আহি বৰভাগৰ সোনকুৰিহা আদি গাৱঁত থাকে। এবাৰ তেওঁ বৰভাগৰ বণাকুছি গাৱঁৰ হাটখলাত এখন সভা পাতে আৰু সেই সভা কামৰূপ জাতীয় উন্নতি বিধায়িনী নাম দিয়ে। এই সভাত তেওঁ ব্ৰাহ্মণ আদি হিন্দু সকলৰ স্বধৰ্ম্ম পালন আদিৰ বিষয়ে বক্তৃতা দিয়ে। এনেকৈ একবছৰ মান সভা

চলাৰ পাছত সভাৰ কাৰ্য্য প্ৰায় বন্ধ হোৱাৰ দৰে হয়। তাৰ পাছত সম্ভবতঃ ১৩১৩ চন মানত এই সভাৰ সম্পাদকৰ ভাৰ মোৰ ওপৰত পৰে। সহকাৰী সম্পাদক হয় লক্ষীনাথ শৰ্ম্মা পণ্ডিত মহাশয়। আৱশ্যক হোৱাত কালীচৰণ চৌধুৰীকো সহকাৰী সম্পাদক পতা হয়।

এই সভাৰ প্ৰথম ভাগত ধৰ্ম সম্বন্ধে আলোচনা কৰাই প্ৰধান কাম আছিল। পত্তিকে কামৰূপ উন্নতি বিধায়িনী সভাৰ ২য় বছৰৰ ১ম অধিবেশনত ১৩১৪ চনৰ ১লা আহাৰৰ দিনা পকোৱাৰ প্ৰসিদ্ধ চৌধুৰী বংশৰ ধৰ্মদত্ত চৌধুৰীৰ ঘৰত কন্যাপন নিবাৰণৰ বিষয় পুনঃ আলোচনা হয়। ইয়াৰ অনেক পাছতহে কন্যাপন সম্পূৰ্ণৰূপে বন্ধ হয়। দত্ত চৌধুৰীৰ ঘৰত সকলো ব্ৰাহ্মণ মণ্ডলীকে একত্ৰিত কৰিবৰ প্ৰস্তাৱ ধাৰ্য্য হয়। সেই অধিবেশনৰ কাৰ্য্য বিৱৰণী পৰা অলপ উদ্ধৃত কৰা হল।

* * * তাৰ পাছত উপস্থিত ডাঙৰীয়া সকলে কি কি উপায় অৱলম্বন কৰিলে কন্যাপন নিবাৰণ হব পাৰে সেই সম্বন্ধে নিজ নিজ মত প্ৰকাশ কৰে। তাৰ পাছত সৰ্ব্বসম্মতি ক্ৰমে শ্ৰীযুত মহাদেৱ শৰ্মাৰ ঘৰত ১৫ আহাৰ ৰবিবাৰে কন্যাপন নিবাৰণ সম্পৰ্কে আলোচনা কৰিবৰ নিমিত্তে সমুদায় স্থানীয় ব্ৰাহ্মণ মণ্ডলীকে নিমন্ত্ৰণ কৰি একত্ৰিত কৰিবৰ প্ৰস্তাব ধাৰ্য্য হয়। [৺মহাদেৱ শৰ্ম্মা পকোৱা মৌজাৰ পানিগাওঁৰ শৰৎচন্দ্ৰ শৰ্ম্মা বি, এ ডাঙৰীয়াৰ পিতামহ]

স্বাঃ শ্ৰীপ্ৰতাপ চন্দ্ৰ গোস্বামী

—সম্পাদক—"

ব্ৰাহ্মণ মণ্ডলীক একত্ৰিত কৰা প্ৰস্তাৱহে ধাৰ্য্য হল ; কিন্তু সেই সময়ত ব্ৰাহ্মণ সকলক কন্যাপন নিবাৰণৰ বিষয়ে আলোচনা কৰিবলৈ একত্ৰিত কৰা কিমান যে দুৰূহ কাৰ্য্য আছিল সেই কথা আজি অনুমান কৰা টান।

কামৰূপ জাতীয় উন্নতি বিধায়িনী সভাৰ সম্পাদক স্বৰূপে সভাৰ নিৰ্দ্দিষ্ট দিন ১৫ আহাৰ তাৰিখে ব্ৰাহ্মণ সকলক একত্ৰিত কৰিবৰ কাৰণে ২ৰা আহাৰৰ পৰা ১৪ আহাৰ পৰ্য্যন্ত তেৰ দিন দিনে ৰাতি ফুৰিব লগা হৈছিল। তথাপি সভাত আশানুৰূপ লোক উপস্থিত হোৱা নাছিল। যি হক সেই দিনাৰ পৰা মই আৰু মোৰ সহকৰ্ম্মী কেইজনমান বিশিষ্টলোক আৰু কেইজনমান ছাত্ৰই প্ৰাণপনে কন্যাপন নিবাৰণৰ বাবে পুনঃ চেষ্টা আৰম্ভ কৰো।

ক'ত কেতিয়া কাৰ ঘৰত বিয়া হয়, কিমান গা-ধন ললে ইত্যাদি কথাৰ সম্ভেদ লবলৈ ছাত্ৰ বন্ধুসকলক নিযুক্ত কৰা হল। কবলৈ গলে এই ছাত্ৰসকলে হল সভাৰ গুপ্তচৰ বিভাগ। এওঁলোকে আহি সকলো সম্বাদ সম্পাদকক জনায়। সম্পাদকে সহানুভূতি সম্পন্ন ব্ৰাহ্মণ আৰু আন বিশিষ্ট ভদ্ৰলোক সকলোৰে সৈতে গৈ বিয়াৰ আগতে বা খবৰ দি কন্যাপক্ষৰ ঘৰত উপস্থিত হৈ যথাসম্ভৱ এটা মীমাংসা কৰে। অগত্যা দুই এঠাইত অকৃতকাৰ্য্য হলে যিমান পাৰে সমাজৰ লোক একত্ৰিত কৰি বিয়াৰ দিনা গৈ বিয়াৰ ঠাইত উপস্থিত হয়। এনেলৈ উপস্থিত হোৱা লোকৰ সংখ্যা ঠাই বিশেষে অনুমানিক ৩০০ শ মানৰ পৰা হাজাৰ মানলৈ হৈছিল। কন্যা পক্ষই মানুহৰ সমাগম দেখি ভয়তে হ'ক নাইবা, ধৰ্ম্মৰ ফালৰ পৰা ভাবিয়ে হ'ক খৰচ নোহোৱা টকা খিনি প্ৰায়ে বৰ পক্ষক ফিৰত দিছিল আৰু বাকী টকাৰ বাবে

সমাজৰ কোনো লোকৰ নামত হেণ্ডনোট দিছিল। কিন্তু এই এই হেণ্ডনোটৰ টকা ক'তো আদায় হোৱা নাছিল।

ৰৰ পক্ষই টকা ফিৰত পালে, তেওঁলোকৰ ইচ্ছা অনুসৰি কিছু টকা সমাজকে দিছিল। এইদৰে সমাজে পোৱা টকা যি ঠাইৰ গিয়া সেই ঠাইৰ মুখিয়াল মানুহৰ হাতত জমা থৈ হিচাবৰ বহীত লেখি থৈ আহিছিল। কোৱা বাহুল্য হব যে কন্যাপণ নিবাৰিণীৰ হিচাব পত্ৰ আৰু সম্পাদক আদি সকলো বেলেগ কৰা হৈছিল যাতে কামৰূপ জাতীয় উন্নতি সভাৰ উপৰত ভবিষ্যতে কোনো অভিযোগ আহিব নোৱাৰে সেই উদ্দেশ্যে। এই কথাকে প্ৰসঙ্গক্ৰমে এবাৰ আগতে কোৱা হৈছে।

এইদৰে সংগৃহীত হোৱা বহুত টকা অথলে গল। কেৱল নৰ্দ্দীৰ (ফুলবাৰী) প্ৰথম মহাবিষ্ণুযজ্ঞৰ সময়ত ৺ৰত্নাকৰ বড়ুৱা সিদ্ধান্ত মহাশয়ৰ হাতত থকা টকা খিনি তেওঁ নিজে ইচ্ছা কৰি যজ্ঞৰ পুঁজিত দান কৰিছিল আৰু ৺ৰামদেৱ মুক্তিয়াৰ মহাশয়ৰ হাতত থকা টকাৰ বাবে তেওঁৰ মৃত্যুৰ আগতে তেওঁ কিছু পুথি দামোদৰ ধামত ধীবেশ্বৰ বিদ্যালয়ৰ পুথি ভঁৰালত দান কৰে। এই কথাত স্বৰ্গীয় মুক্তিয়াৰ মহাশয়ে মোৰ পৰামৰ্শ লৈছিল। পুথিৰ ভিতৰত ৺ দুৰ্গাদাস লাহিড়ী মহাশয়ৰ দ্বাৰা প্ৰকাশিত সায়ণ ভাষ্য সহ বেদৰ কিছু অংশ। যি হওক ইয়াৰ পাছৰ পৰা কন্যাপন একেবাৰে ৰহিত হ'ল। কন্যাপনৰ বিষয় আগতে কিছু কোৱা হৈছে। কন্যাপণ নিবাৰণী সম্বন্ধে কাৰ্য্য কৰা সকলো মানুহৰ নাম এতিয়া মোৰ মনত নাই। তথাপি যি মনত আছে দুই চাৰি জনৰ নাম ইয়াত উল্লেখ কৰিলো। এলেঙ্গিদলৰ চৌধুৰী বংশৰ উজ্জ্বল ৰত্ন প্ৰসিদ্ধ কবিৰাজ প্ৰিয়নাথ চৌধুৰী, প্ৰসিদ্ধ

হোমিওপ্যাথিক ডাক্তৰ পদ্মপানি দত্ত প্ৰভৃতি। এওঁলোক তেতিয়া ছাত্ৰ আছিল। বিশিষ্ট ভদ্ৰলোকৰ ভিতৰত তাৰানাথ চক্ৰবৰ্ত্তী কাব্যবিনোদ, ৺ৰত্নাকৰ সিদ্ধান্তৰত্ন, পূজনীয় ৺সভানাথ অধ্যাপক, কৃষ্ণপতি অধ্যাপক, শিবনাথ বুজৰবৰুৱা স্মৃতিতীৰ্থ, ৺নবানন্দ ভট্টাচাৰ্য্য ইত্যাদি।



[৩]

কামৰূপ জাতীয় উন্নতি বিধায়নী সভাত আৰু দুটা প্ৰস্তাৱ লোৱা হৈছিল। সেই দুটা আছিল নলবাৰীত এখন উচ্চ ইংৰাজী বিদ্যালয় আৰু এখন উচ্চ শিক্ষাৰ বাবে সংস্কৃত টোল স্থাপন কৰা। কামৰূপ জাতীয় উন্নতি বিধায়নী সভাৰ কাৰ্য্যবিৱৰণিৰ পৰা তলত অলপ উদ্ধৃত কৰিলো।

"সভাস্থল— অময়াপুৰ স্কুল ঘৰ। সভাপতি শ্ৰীযুত বিষ্ণুকান্ত গোস্বামী বিদ্যালঙ্কাৰ (এওঁ নামকোণাৰ গোসাই, বৰ্ত্তমান নলবাৰী সংস্কৃত কলেজৰ কাব্য-ব্যাকৰণ শাস্ত্ৰৰ অধ্যাপক শ্ৰীভগৱান চন্দ্ৰ গোস্বামী কাব্য ব্যাকৰণতীৰ্থ মহাশয়ৰ জ্যেষ্ঠ সহোদৰ।) * * * * * * * * * কৃষিৰ উন্নতি, জাতি গঠন, স্ত্ৰীশিক্ষা, স্বাস্থ্য আদিৰ উন্নতি সাধনৰ বাবে নানা প্ৰকাৰ

আলোচনাৰ পাছত সকলো উন্নতিৰে মূল শিক্ষা জানি নল-বাৰীত এখন এণ্ট্ৰেন্স স্কুল আৰু এখন সংস্কৃত উচ্চ বিদ্যালয় স্থাপনৰ বাবে সৰ্ব্বসম্মতি ক্ৰমে দুটা প্ৰস্তাৱ গ্ৰহণ কৰা হয়। প্ৰস্তাৱক শ্ৰীলক্ষ্মীনাথ শৰ্ম্মা।" এই প্ৰস্তাৱৰ উত্থাপন কৰ্ত্তা আৰু ৰচক ময়ে আছিলো। নলবাৰী হাইস্কুল, সংস্কৃত কলেজ আৰু ইংৰাজী কলেজৰ বীজ এইয়ে। সময়ত গৈ এই বীজ অঙ্কুৰিত হৈ ফলে ফুলে জাতিস্বাৰ হোৱাৰ কথা পাছত কম।

কামৰূপ জাতীয় উন্নতি বিধয়িনী সভাৰ ৩য় বাৰ্ষিক অধিবেশন ৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য দলৈ মহাশয়ৰ সভাপতিত্বত সম্পন্ন হয়। এই অধিবেশনত প্ৰথমতে ৺ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ সভাপতি হোৱাৰ কথা আছিল। তেওঁ মুৰামুৰি সময়ত আহিব নোৱাৰা হোৱাত ৺উত্তমচন্দ্ৰ বৰুৱাক সভাপতি হবলৈ অনুৰোধ কৰিবৰ বাবে মই নিজে তেওঁৰ ঘৰলৈ গৈছিলো। তেওঁ বিশেষ ঘৰুৱা লেঠাৰ বাবে সেই সময়ত সভাপতি হব নোৱাৰিলেও তেওঁৰ স্বাভাবিক শিষ্টাচাৰৰ দ্বাৰা আমাক সন্তুষ্ট কৰি পঠালে।

মাধৱচন্দ্ৰ বৰদলৈ ৺কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ পিতাক। তেওঁ আগেয়ে ই, এ, চি, আছিল, পাছত চাব্ ডিভি জনাল অফিচাৰৰ পদত অৱসৰ গ্ৰহণ কৰে। মাজতে কিছুদিন ডেপুটি কমিচনাৰো আছিল। এইজন পুৰুষ চৰকাৰী চাকৰিয়াল হলেও সেই সময়ত আন আন চৰকাৰী কৰ্ম্মচাৰীৰ নিচিনা নাছিল। মানুহৰ প্ৰতি সহানুভূতি সম্পন্ন আৰু স্বদেশ হিতৈষী আছিল। সাহিত্য চৰ্চ্চাও ভাল পাইছিল। অসমীয়া ৰামায়ণ তেঁৱে সৰ্ব্বপ্ৰথম প্ৰকাশ কৰে। সেই সময়ত অসমীয়া সাত কাণ্ড ৰামায়ণ সংগ্ৰহ কৰি ছপাই উলিওৱা এতিয়াতকৈ বহুগুণে দুৰূহ আছিল। অকল এই কাৰ্য্যৰ বাবেই বৰদলৈ ডাঙৰীয়া

অসমীয়া জাতিৰ কৃতজ্ঞতাৰ পাত্ৰ। আমি সভাপতি কৰিব খোজা সময়ত তেওঁ পেনচন লৈ দেশ সেৱাৰ কামতে লাগিবৰ ইচ্ছা কৰিছিল। কিন্তু তেওঁ বেছি দিন পেঞ্চন ভোগ কৰিবলৈ নাপালে। গতিকে দেশ সেৱাতো বেছি অগ্ৰসৰ হব নোৱাৰিলে। বৰদলৈ ডাঙৰীয়াই মোৰ আৰু আউনীআটী সত্ৰৰ ৺অনন্ত নাৰায়ণ গোস্বামীৰ সম্বন্ধে বৰ উচ্চ ধাৰণা পোষণ কৰিছিল। তেওঁৰ বন্ধু বান্ধৱ সকলক আমাৰ দুয়োজনকে দুটা বস্তু বুলি কৈ বং পাইছিল। এই কথা মোক পাছত ৺ৰায়-বাহাদুৰ ভুবনৰাম দাসে অনেক কথাত অনেক বাৰ প্ৰকাশ কৰিছিল।

কামৰূপত ভিন্ ভিন্ সময়ত তিনি ঘৰ বুজৰবৰুৱা হৈছিল। প্ৰথম চান্দকুছিয়া বৰুৱা, দ্বিতীয় কমাৰকুছিয়া বৰুৱা আৰু তৃতীয় জয়ন্তীপুৰীয়া বৰুৱা। জয়ন্তীপুৰীয়া বৰুৱা অলপ দিন আছিল। তেওঁলোকক ভাতি আকৌ চান্দকুছিয়াৰ ঘৰকে বুজৰবৰুৱা পাতে। কামৰূপৰ চৌধুৰী, পাটোৱাৰী, মজুমদাৰ তালুকদাৰ আদি বিষয়া বুজৰবৰুৱাৰ অধীন আছিল। বুজৰ-বৰুৱাই সমস্ত কথাৰে বুজলৈ গুৱাহাটীৰ বৰফুকনক জনাব লাগিছিল। বৰফুকনৰ ক্ষমতা আৰু কাৰ্য্যকলাপ ইংৰাজ আমোলৰ গবৰ্ণৰ চাহাবৰ সদৃশ আছিল। কমিচনাৰ গৰ্ডন চাহাবে নিজক গুৱাহাটীৰ বৰফুকন বুলি মাজে সময়ে কথা প্ৰসঙ্গত মোক কৈছিল আৰু তাকে কৈ বং পাইছিল। কমাৰকুছিয়া বুজৰবৰুৱা বংশধৰ ৺বসন্ত চন্দ্ৰ বৰুৱাৰ পুত্ৰ আছিল ৺উত্তমচন্দ্ৰ বৰুৱা। ইংৰাজ আমোলৰ প্ৰথম ভাগতে পৰগণাৰ অধিপতি হৈছিল। পৰগণাৰ অধিপতিসকলক বঙ্গালী চৌধুৰীৰ অনুকৰণে ইংৰাজে চৌধুৰী পদবী দিছিল। কিন্তু ৺বসন্ত চন্দ্ৰ বৰুৱাই তেওঁৰ বৰুৱা খিতাপহে ব্যৱহাৰ কৰিছিল আৰু লোকেও তেওঁক বৰুৱা

মুলিহে জানিছিল। কোনেও তেওঁক চৌধুৰী নুবুলিছিল। মই ৰজত চন্দ্ৰ বৰুৱাক দেখা নাই, তেওঁৰ কথা আন বুঢ়ালোকৰ পৰা শুনিহে লিপিবদ্ধ কৰিলো। বৰুৱাৰ অৱস্থা অতিশয় সচ্ছল আছিল। বাইশখন খাট। অতিথি অভ্যাগতেৰে ঘৰ সদায় ভৰপূৰ আছিল। গৃহদেৱতা শ্যামৰায়ৰ পূজাত নিত্য ভোগ হৈছিল আৰু প্ৰতিদিনে একপুৰা মুগভোগ আৰু প্ৰসাদ খৰছ হৈছিল।

এনেহেন ৰজত বৰুৱাৰ পুত্ৰ উত্তম বৰুৱাইও পিতৃ পুৰুষৰ ধৰ্ম্ম বজাই ৰাখিবলৈ গৈ ঋণগ্ৰস্ত হৈ পৰিছিল। এনে অৱস্থাতে প্ৰৱগনা আৰু চৌধুৰী পদ গুছাই ৰাজকৰ আদায়ৰ বাবে ইংৰাজ গবৰ্ণমেণ্টে তহচিলদাৰী প্ৰথা প্ৰবৰ্ত্তন কৰে। তেতিয়া উত্তম চন্দ্ৰ বৰুৱাৰ গোলাপ চন্দ্ৰ বৰুৱা নামে এজন জ্যেষ্ঠ সহোদৰ আছিল। আগৰ বাইশখন খাটৰ অনেক মাটি-বাৰী তেওঁ বিক্ৰি কৰে। গতিকে ভূসম্পত্তিৰো আয় কমি গৈছিল। তথাপি বৰুৱাই নিজৰ পুৰুষ পৰম্পৰাগত পূজা-সেৱা, নাম-প্ৰসঙ্গ, দৌল, দুৰ্গোৎসৱ আদি পৰিত্যাগ কৰা নাছিল।

উত্তম চন্দ্ৰ বৰুৱা সেই সময়ৰ কামৰূপী ডেকা সকলৰ নেতৃস্থানীয় লোক আছিল। তেওঁ আসাম বান্ধৱত প্ৰবন্ধ আদি লিখিছিল। আনৰূপেও সাহিত্য চৰ্চ্চাত মন দিছিল। তাল বজোৱা, নাম প্ৰসঙ্গ কৰা, বৰগীত গোৱা আদিতো তেওঁ ওস্তাদ আছিল। তেওঁ কীৰ্ত্তন গানও ভাল পাইছিল আৰু নিজেও সংকীৰ্ত্তন কৰিব জানিছিল। তেওঁৰ ভক্তি ভাবও বৰ প্ৰবল আছিল। এদিন মই আৰু বৰুৱা ৰামকৃষ্ণ পৰম-হংসৰ সিদ্ধিলাভৰ স্থান ৰাণী ৰাসমণিৰ কালিবাৰী চাবলৈ কলিকতাৰ পৰা একেলগে গৈছিলো। আমি গঙ্গাত স্নান আদি কৰাৰ পাচত সন্ধ্যা তৰ্পন কৰি মন্দিৰৰ বিগ্ৰহ

কীৰ্ত্তন শেষ হোৱাত বৰুৱাই মোক কলে আপুনি আগবাঢ়ি খোৱা লোৱাৰ বন্দবস্ত কৰক, মই অলপ পাছত যাম। মই আহি খোৱা লোৱাৰ সময়োচিত ব্যৱস্থা কৰি বৰুৱাক চাই ৰহি আছোঁ। বহুখিনি সময় পাৰ হৈ গ'ল। বৰুৱাৰ হুলে দেখা দেখি নাই। মই বিৰক্ত হৈ তেওঁক চাবলৈ গৈ দেখো যে তেওঁ ৰাধাকৃষ্ণ মন্দিৰৰ সন্মুখত বহি হাত জোৰ কৰি আছে। দুয়ো চকুৰে চকুপানী বৈ পৰিছে; প্ৰায় বাহ্যজ্ঞান শূণ্য; এনে অৱস্থাত তেওঁক দেখি মাতিবৰ ইচ্ছা নহল। মই আকৌ ঘূৰি আহি মোৰ আগৰ ঠাইত বহি থাকিলো। তাৰো প্ৰায় দুই ঘণ্টামান সময়ৰ পাছত মোক আহি কলে, "আজি আপোনাক বৰ বিৰক্তি দিলোঁ। ক্ষমা কৰিব।" মই সময়োচিত বাক্যৰে তেওঁক সন্তোষ দিলো।

কামৰূপী লৰা বিল্যাকৰ শিক্ষাত সাহায্য কৰিবৰ বাবে ৰায়চাহেব ৺চিদানন্দ চৌধুৰী, ৺ৰামদেৱ মুক্তিয়াৰ, ৺উত্তম চন্দ্ৰ বৰুৱা, অন্যান্য লোক সকল আৰু মই "কামৰূপ ভাণ্ডাৰ" নাম দি এটা ধনভঁৰাল স্থাপন কৰিছিলো; আৰু সেই ধন ভঁৰালৰ পৰা কামৰূপী অনেক ছাত্ৰক উপাৰ্জ্জনশীল হলে ঘুৰাই দিবৰ স্বত্ত নাইবা সেই পৰিমাণ অৰ্থ আন এজন ছাত্ৰক মাহিলি দি থকাৰ বন্দবস্তত টকা ধাৰলৈ দিয়া হৈছিল। আজিৰ অনেক কৃতি লোকে সেই ভঁৰালৰ পৰা ধন ধাৰলৈ নিছিল। ৺ৰামদেৱ শৰ্ম্মা মুক্তিয়াৰ এই ভঁৰালৰ সম্পাদক আছিল। ৰায়চাহাৰ চিদানন্দ চৌধুৰী আছিল সভাপতি। চিদানন্দ চৌধুৰী আৰু তেওঁৰ জোৱাই উত্তম চন্দ্ৰ বৰুৱাৰ পৰলোক হোৱাত, বিশেষকৈ সম্পাদক ৰামদেৱ শৰ্ম্মা শৰীৰ অসুস্থ হোৱাত আৰু কোনো কোনো লোকৰ পৰা ধাৰলৈ নিয়া টকা ঘুৰাই নোপোৱাত কামৰূপ ভাণ্ডাৰৰ কাৰ্য্য স্থগিত

হল। এই বিলাক কার্য্যও মোৰ সমাজ সেৱাৰ ভিতৰত কাৰণে ইয়াত উল্লেখ কৰিলোঁ। বিশেষকৈ অতি ধৈৰ্য্যশালী পুৰুষ অক্লান্ত কৰ্ম্মী প্ৰিয়বন্ধুৰো স্মৃতি তৰ্পন উচিত বুলি ভাবি ৺বৰুৱা সম্বন্ধে অলপ দীঘলকৈ লিখিলোঁ। আশাকৰো ভৱিষ্যতে যদি এই গ্ৰন্থ প্ৰকাশ হয় তেন্তে পাঠক সকলে এইবোৰ পঢ়ি বিৰক্ত নহব।

৺নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য আঠ বৰীয়াৰ পঞ্চবত্ন ভট্টাচাৰ্য্যৰ সন্তান। এওঁৰ পিতৃৰ আৰ্থিক অৱস্থা ভাল আছিল। নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য্য নবমাৰ প্ৰসিদ্ধ সদাশিৱ অধ্যাপকৰ ছাত্ৰ আছিল। কিছু সংস্কৃত পঢ়াৰ পাছত তেওঁ গুৱাহাটীলৈ গৈ নিজৰ চেষ্টাতে কিছু বাংলা লিখা-পঢ়া শিকি আমিনৰ কাৰ্য্যত নিযুক্ত হয়। তাৰ পাছত বৰমা তহচিলৰ হেড মহৰী পদ গ্ৰহণ কৰে। এওঁ হেড মহৰী পদত থাকোতে হাজোৰ ৺হয়-গ্ৰীৱ মাধৱৰ দলৈ পদ খালি হোৱাত দলৈ পদৰ প্ৰাৰ্থী হয়। এই পদৰ বাবে হাজোৰ গৌৰীনাথ শৰ্ম্মাও প্ৰাৰ্থী আছিল। পাছত গৈ সুয়োজনে হাজো দেৱালয়ৰ ঘুটীয়া দলৈ হয়। ১৩০৪ চনৰ প্ৰবল ভূমিকম্পত হাজোৰ দেৱালয়ৰ প্ৰায় সমস্ত মাটি জলাটন হল আৰু দেৱালয়ৰ মঠ মন্দিৰ আদিৰো ক্ষতি হল। এনেকি সেৱা পূজাও ভালদৰে নচলাত ভট্টাচাৰ্য্যই দলৈ পদ ইস্তাফা দি ঘৰতে আছিল। এওঁ বৰ কথাচহকী লোক আছিল। নিজে কথা কব ধৰিলে আনক কথা কবৰ অৱসৰ নিদিছিল। শাস্ত্ৰ জ্ঞানো যথেষ্ট আছিল। সমাজত বৰ প্ৰতি পত্তি আছিল। এওঁ আমাৰ সকগোসাইৰ (৺শৰৎ চন্দ্ৰ গোস্বামী) শহুৰেক আছিল। সেই আপাহতে কামৰূপ জাতীয় উন্নতি বিধায়িনী সভাৰ তৃতীয় বাৰ্ষিক অধিবেশনৰ দুই চাৰি-দিন আগতে আহি আমাৰ ঘৰতে আছিল। কোৱা বাহুল্য

এই অধিবেশনখন নলবাৰী সত্ৰতে হৈছিল আৰু ইয়াৰ সমস্ত খৰচ মযে বহন কৰিছিলো। এই অধিবেশনত প্ৰায় আঢ়ৈ হাজাৰ লোক গোট খাইছিল। দক্ষিণ পাৰৰ পৰাও কিছু লোক আহিছিল। এওঁবিলাকৰ থকা খোৱাৰ বন্দৱস্ত কৰাত মই বৰ টান পাইছিলো। তেতিয়া মোৰ আৰ্থিক অৱস্থা বেয়া আছিল। তথাপি সাধ্যানুসৰি সেৱা শুশ্ৰূষাৰ ত্ৰুটী কৰা নাছিলো। দক্ষিণ পাৰৰ উপস্থিত লোকসকলৰ ভিতৰত গুৱাহাটীৰ মুক্তিয়াৰ নিধিৰাম ভূঞাৰ নাম মোৰ মনত আছে। তেওঁ তেতিয়া চট্ফটীয়া ডেকা। নৰ্ম্মাল তৃতীয় বাৰ্ষিক পাছ কৰি মুক্তিয়াৰ হবৰ যোজা কৰিছে।

ইমান লোক সমাবেশত নলবাৰী এণ্ট্ৰেন্স স্কুলৰ প্ৰস্তাব পুণঃ পাছ কৰি লব পাৰিলে ভবিষ্যতে টকা কড়ি তোলাৰ সুবিধা হব বুলি ভাবি মই নলবাৰী হাইস্কুল স্থাপনৰ পৰামৰ্শ কৰিছিলো। লগতে পলাশবাৰীতো এখন হাইস্কুল স্থাপনৰ প্ৰস্তাব দিলো। বিষয় বাচনি সভাত এই প্ৰস্তাৱ গৃহীত হল আৰু মুকলি সভাতো সৰ্ব্বসন্মতি ক্ৰমে এই দুয়োটা প্ৰস্তাৱ গৃহীত হল। পলাশবাৰী হাইস্কুল সম্বন্ধে প্ৰস্তাৱ পঠোৱা আৰু ডাইৰেক্টৰ চাহাবক অনুৰোধ কৰাৰ বাহিৰে কোনো কাৰ্য্যকৰা হোৱা নাছিল। তাৰ অনেক পাছত এজন সদাশয় মাৰোৱাৰী ভদ্ৰলোকৰ দানত পলাশবাৰী হাইস্কুল স্থাপন হল আৰু আজিও সেই স্কুল ক্ৰমে উন্নতি কৰি ভাল দৰে চলি আছে। গতিকে এই প্ৰসঙ্গত ইয়াতে শেষ হল।



(৪)

কামৰূপ জাতীয় উন্নতি বিধায়িনী সভাৰ ভবিষ্যতে মই যিবোৰ গঠনমূলক কামৰ আঁচনি লৈ সমাজৰ সেৱা কৰিছিলো তাৰ কথা চমুকৈ কম। সকলো কথা এতিয়া ৪০।৫০ বছৰৰ পাছত মনত নাই!

এতিয়া অনেক লোকে গো জাতিৰ উন্নতি সম্বন্ধে কব লাগিলেই ভাল প্ৰজনন শক্তি সম্পন্ন ষাঁড়ৰ প্ৰয়োজনীয়তা সম্বন্ধে উল্লেখ কৰে আৰু আগৰ কালত বৃষোৎসৰ্গ আদিত উৎস্বৰ্গীকৃত ষাড়ৰ দ্বাৰায় সেই প্ৰয়োজন সিদ্ধ হৈছিল। কিন্তু আমাৰ সৰু কালত বৃষোৎস্বৰ্গ শ্ৰাদ্ধ কাচিৎহে হৈছিল; এতিয়াও যে বেছি হয় তেনে নহয়।

কেৱল বৃষোৎসৰ্গৰ ষাড়ৰ দ্বাৰা সকলো গাৱঁৰ ষাড়ৰ প্ৰয়োজন সিদ্ধ নহৈছিল। প্ৰয়োজন সিদ্ধ হৈছিল আনৰূপে অনেক ধৰ্মপ্ৰাণ লোকে ভগৱানৰ নামে ষাড় এৰি দিয়া পুণ্য কাৰ্য্য বুলি ভাবিছিল আৰু এই পুণ্যৰ বলত দুৰাৰোগ্য ৰোগ ব্যাধি দূৰীকৃত হৈ সংসাৰৰ সম্পদ বৃদ্ধিও হৈছিল এনে বিশ্বাস আছিল। মানুহৰ ধৰ্মবিশ্বাস হ্ৰাস হোৱাৰ লগে লগে এই প্ৰথাও প্ৰায় নাইকিয়া হৈছিল আৰু অনেক উদ্ধত প্ৰকৃতিৰ লোকে খেতি-বাতি নষ্ট কৰে বুলি গাৱঁৰ ষাড় ধৰি কালেঙ্গীৰ (গৰুৰ বেপাৰী) ওচৰত বিক্ৰি কৰি দিছিল। কালেঙ্গীবোৰ মুছলমান। তেওঁলোকে গো বধ পাপ কাৰ্য্য বুলি নাভাবে। পতিকে গৰু বিলাক নি বিক্ৰি কৰে। এইৰূপে ষাড়ৰ সংখ্যা কমি যোৱাত গৰুবোৰ চেকেলা হয়। হাল বাবলৈও ৭ মুঠি ৮ মুঠিৰ দেশী গৰু পাবলৈ টান পৰিল। এই কথাৰ প্ৰতি মোৰ দৃষ্টি পৰাত কামৰূপ জাতীয় উন্নতি সভাৰ কাৰ্য্য

প্ৰণালীত গো-জাতিৰ উন্নতিও যোগ দিয়া হল। প্ৰথমতে মই দলবাৰীত, সহকাৰী সম্পাদক লক্ষ্মীনাথ শৰ্মা আৰু ৺কালীচৰণ চৌধুৰী মহাশয় যথাক্ৰমে নিজাগাওঁ অময়াপুৰ আৰু পকোৱাত একোটাকৈ ষাড় এৰি দিও। আমাক দেখি অইনে ষাড় এৰি দিয়াত ষাড়ৰ সংখ্যা বাঢ়ি আহিল।

ষাড়বিলাক যাতে কোনেও বেচিব নোৱাৰে, পাউণ্ডত নিদিয়ে তাৰ বাবে সভাৰ পক্ষৰ পৰা চকু ৰখা হল। এনেকৈ ষাড় বিক্ৰি কৰা দুই এজন লোকৰ বিৰুদ্ধে পঞ্চায়ত যেন কৰি দণ্ডবিধান কৰাৰো আৱশ্যক হৈছিল। এই ৰকম দুটা কেচৰ কথা মোৰ এতিয়াও মনত আছে। এটা হৈছিল মদন মোহন সখোৱাত আৰু আনটো মাজদিয়া গাৱঁত। তিনি বছৰৰ পাছত ষাড় এৰি দিয়াৰ পৰা গো-জাতিৰ কি উন্নতি হল তাক বিচাৰ কৰি এটা ৰিপোৰ্ট দিবৰ নিমিত্তে অন্যতম সহকাৰী সম্পাদক ৺কালিচৰণ চৌধুৰীক নিযুক্ত কৰা হৈছিল। গো-জাতিৰ কথা ইমানতে শেষ কৰা হল।

আগেয়ে আমাৰ দেশত বাৰীয়া কপাহ বুলি এক জাতিৰ নিকৃষ্ট কপাহৰ খেতি আছিল। এই কপাহ সাধাৰণতে বাৰীত খাপ কৰি ৰুইছিল আৰু সেই কাৰণতে বাৰীয়া কপাহ বুলিছিল। চেপেতি কপাহ বুলি আৰু এক জাতিৰ সৰু আঁহৰ কপাহ আছিল। তাৰ গছ ডাঙৰ হৈছিল আৰু অনেক বছৰ পৰ্য্যন্ত থাকিছিল। এই কপাহৰ গছ বামুণবিলাকৰ ঘৰত সযতনে পালিত হৈছিল। আজিও এই চেপেতি কপাহৰ গছ কোনো কোনো বামুণৰ ঘৰত দুই চাৰিডাল আছে।

চেপেতি কপাহৰ সূতাৰে লগুণ তৈয়াৰ কৰে। পাছত বজাৰত উৎকৃষ্ট কপাহ সস্তা দামত কিনিব পৰা হোৱাত

বিশেষকৈ কলৰ সূতা সস্তা দামত যথেষ্ঠ পৰিমাণে পোৱাৰ সুবিধা হোৱাত কপাহৰ খেতি লুপ্ত হল। সূতা-কটা অভ্যাস নাইকিয়া হল। বামুণৰ বিধবা দুই চাৰি জনীৰ বাহিৰে মিহি সূতা কাটিব-পৰা তিৰোতা নোহাৱা হল। অৱশেষ আন তিৰোতা বিলাকেও মোটা সূতা কাটিব পাৰিছিল। ভেওঁলোকে বজাৰৰ কপাহ কিনি আনি বানীত বুৰলৈ মোটা সূতা কাটিছিল আৰু দীঘত বঙলা সূতা ব্যৱহাৰ কৰিছিল। মাজে সময়ে তিৰোতাবিলাকে ৰাতি খাই বৈ উঠি সূতা কাটিছিল। অনেক তিৰোতাই সংঘবদ্ধ হৈও সূতা কাটিছিল। এনেকুৱা সূতা কটা সংঘৰ এটা আমাৰ ঘৰতো আছিল। চন্দ্ৰ কান্তি পেহীৰ কথা মই প্ৰথম অধ্যায়তে উল্লেখ কৰিছোঁ। এই পেহী জনাই আছিল সংঘৰ অভিনেত্ৰী। শুকান গছৰ পাত নাইবা নাগেশ্বৰ ফুলৰ গুটি বা এৰাৰ গুটিৰ শলা কৰি পোহৰ কৰি লৈছিল। মহাত্মাজীৰ কাটুনী সংঘৰ অনুৰূপ আছিল।

কপাহৰ খেতিৰ পুনঃ প্ৰচলনৰ অৰ্থে সভাৰ পক্ষৰ পৰা বিনামূল্যে কপাহৰ গুটি বিতৰণ কৰিছিলো। এইবোৰ বজাৰৰ কপাহ নেঠি তাৰ পৰা পোৱা আছিল। কৃষি বিভাগৰ যোগেদিও পাঁচ সেৰ মান গুটি কিনিছিলো। এই বোৰৰ দাম বেছি আৰু একে গাৰো কপাহ নেঠি উলিওৱা বুলি জানি পূৰ্ব্বোক্ত প্ৰথা অৱলম্বন কৰা হৈছিল। কোনো কোনো বয়সীয়া লোকে বাৰীয়া কপাহৰ গুটি বিচাৰ কৰাত মঙ্গলদৈ অঞ্চলৰ পৰা ৺গঙ্গাৰাম মেধিৰ দ্বাৰা অলপ পৰিমাণৰ গুটি সংগ্ৰহ কৰি বেছি গুটি হবৰ আশাত মই নিজেই বাৰীত ধাপ কৰি কইছিলো। কিছু গুটি মাজদিয়া গাৱঁৰ ধৰিয়া নামৰ মানুহ এজনক দিছিলো। কিন্তু ভাল নহল। যিবিলাক

মানুহক কপাহ গুটি বিলাই দিছিলোঁ। তেওঁলোকেও যত্ন সহ কাৰে খেতি নকৰিলে। অনেকৰ গুটি কানিৰ টোপোলাতে বন্ধা থাকিল। এইদৰে কপাহৰ খেতি প্ৰচলন কৰাত আমি অকৃতকাৰ্য্য হলো। কপাহৰ পৰা সূতা কাটি কাপোৰ বৈ লবলৈ আমি মানুহক উপদেশ দিছিলো। এই উপদেশো কৃতকাৰ্য্য নহল সূতা কটাৰ কালৰ পৰা। কিন্তু কাপোৰ বোৱাৰ কিছু উন্নতি লক্ষ্য কৰা হৈছিল। এইটোও আমাৰ উপদেশৰ ফল নে তিৰোতা বিলাকৰ ভাল কাপোৰ পিন্ধাৰ আকাঙ্খাৰ ফল তাকো ভালদৰে অনুভৱ কৰিব পৰা নাই। কিন্তু এতিয়ালৈ আমাৰ অঞ্চলত বোৱা কাপোৰৰ বহু উন্নতি সাধন হল। অনেক বুৱনী নানা প্ৰকাৰ ফুল, নানা প্ৰকাৰ পাৰি আদি দি কাপোৰ বুব পৰা হৈছে।

শাক পাচলী বিশেষকৈ আলুৰ খেতি প্ৰচলনৰ বাবে আমি বহু বাচনিক চেষ্টা কৰিছিলো। অৰ্থাৎ বহু ঠাইত বহু গাৱঁৰ শাক পাচলিৰ খেতিৰ উপকাৰিতা, আলুৰ খাদ্য গুণ, নিদানৰ আপ্তা প্ৰভৃতিৰ কথা বক্তৃতাবোৰত উল্লেখ আছিল। ইয়াৰ আগেয়ে আমাৰ অঞ্চলত আলু খেতিৰ প্ৰচলন নাছিল। আমাৰ ঘৰত এক প্ৰকাৰ সৰু ৰঙা আলু কিছু হৈছিল। আমি তাক বিলাতী আলু বুলিছিলো। এতিয়া এই আলু নাই। কৰবাত অলপ অচৰপ পোৱা গলে তাৰ নাম এতিয়াও বিলাতী আলুয়েই আছে। যি হক এতিয়া এই অঞ্চলত আলু আৰু শাক-পাচলিৰ খেতি যথেষ্ট বাঢ়িছে। এই শাক পাচলিৰ খেতি বঢ়াটো আমাৰ সভাৰ প্ৰচেষ্টাৰ ফল বুলি কব খোজা নাই। এই খেতি বঢ়াৰ নানা কাৰণ আছে। মোৰ কোৱাৰ উদ্দেশ্য এই মাত্ৰ যে তেতিয়াই ভগৱানৰ প্ৰেৰণাত এই বিষয়ে আমাৰ চকু পৰিছিল।

খেতি খালাৰ বাহিৰেও সাধাৰণ স্বাস্থ্যৰক্ষা, পানী উপঙ কৰি খোৱা, কলহৰ চেকনী যন্ত্ৰ তৈয়াৰ কৰা, মাৰি-মৰক হলে ঘৰ দুৱাৰ চাফা ৰখা ঘৰে ঘৰে গন্ধক আৰু ধুনাৰ ধোৱা দিয়া, সম্ভৱ হলে গাওঁৰ উঁমেহতীয়া ঠাইবোৰতো ধুনা আৰু গন্ধক যুক্ত ধুপা দিয়া প্ৰভৃতিৰ বিষয়েও বক্তৃতা দি ফুৰা হৈছিল। কলেৰা আদি সংক্ৰামক ৰোগ হলে ৰোগীৰ ওচৰৰ পৰা পলাই নুফুৰি কি দৰে সাৱধান হৈ ৰোগীক শুশ্ৰূষা কৰিব লাগে এই কথাৰ ওপৰত বিশেষ জোৰ দি প্ৰচাৰ কৰা হৈছিল। এই কথাত জোৰ দিয়াৰ কাৰণ আছিল তেতিয়া কলেৰা বেমাৰ হলে আন বাহিৰা মানুহ নালাগে ৰোগীৰ আত্মীয় জনো ওচৰলৈ গৈ পানীটোপা দিবলৈও ভয় কৰিছিল। ইয়াৰ ফলত অনেক পো পৰিবাৰ থকা লোকেও পিয়াহত পানী নাপাই নিজৰ নিকাৰ ভুঞ্জি মৃত্যু মুখত পতিত হৈছিল। চৰকাৰৰ পক্ষৰ পৰাও কোনো প্ৰতিকাৰৰ ব্যৱস্থা নাছিল। প্ৰতিৰোধক বেজী ওলোৱাই নাছিল। ইত্যাদি কাৰণত কোনো গাওঁত এজনৰ কলেৰা হলে গাওঁৰ আধা নাইবা তিনি ভাগৰ দুই ভাগ মানুহ ঢুকাইছিল।

ইয়াৰ বাহিৰে কামৰূপ জাতীয় উন্নতি বিধয়িনী সভাৰ পৰা খাজানা কমোৱা, গৰুৰ উন্নতিৰ অৰ্থে গ্ৰেজিং ৰিজাৰ্ভ ৰখা আদিৰ বিষয়ে নানা প্ৰকাৰ দৰখাস্ত আদি দিয়া হৈছিল। এনেকি জনবহুল ঠাইত মানুহক আন ঠাইত মাটি দি পট্টাৰ মাটি একুৱাৰ কৰি গৰু চৰনীয়া পথাৰৰ ব্যৱস্থা কৰাৰ কথা সেই দৰখাস্তবোৰত আছিল। এই দৰখাস্ত বিলাক মই অসমীয়াত লিখিছিলো আৰু তাৰ ইংৰাজী কৰি দিছিল বতাহ-গিলাৰ ৺গঙ্গাৰাম তহচিলদাৰ মহাশয়ে। তেতিয়া আমাৰ অঞ্চলত তহচিলদাৰ ডাঙৰীয়া দৰখাস্ত লিখাত অদ্বিতীয়

আছিল। তুই এখন দৰখাস্ত সকগোসাই লিখি টাইপ কৰি মোক দিছিল। মই ডাকত দিব লাগিছিল মাত্র। তহছিলদাৰ ডাঙৰীয়াৰ দৰখাস্ত মই গুৱাহাটীত গৈ টাইপ কৰা কাৰ্য্যত গুৱাহাটী অফিছৰ টাইপিষ্টসকলে সহানুভূতি-পূৰ্ণ ভাবে এইবোৰ টাইপ কৰি দিছিল। তেওঁলোকৰ এতিয়া কোন ক'ত আছে কব নোৱাৰে আৰু নামো পাহৰি গৈছো। তথাপি এই সুযোগতে তেওঁলোকৰ প্ৰতিও কৃতজ্ঞতা জ্ঞাপন কৰিলো।

কামৰূপ জাতীয় উন্নতি বিধায়িনী সভাত ছাত্রাৱস্থাত থাকোতে সক গোসাই, গুৱাহাটীৰ উকিল গৌৰীকান্ত তালুকদাৰ কালিৰাম বৰ্মা, কবিৰাজ প্রিয়নাথ চৌধুৰী আদি ছাত্রসকলে বন্ধৰ সময়ত আহি কামৰূপৰ জাতীয় উন্নতি বিধায়িনী সভাৰ দুৰণিবতীয়া অধিবেশনত উপস্থিত হৈ প্ৰবন্ধ পাঠ বক্তৃতা আদিৰ দ্বাৰা সভাৰ কাৰ্য্য বহুদূৰ আগবঢ়াই দিছিল। সকগোসাই সকলো অধিবেশনতে পাঠ কৰিব পৰাকৈ এনেকুৱা প্ৰবন্ধ লিখি দিছিল। সভাৰ নিয়ম অনুসৰি প্ৰতি মাহে বেলেগ বেলেগ ঠাইত সভা হোৱাৰ কাৰণে প্ৰতি অধিবেশনতে প্ৰবন্ধটো সক-লোৱে মনোযোগেৰে শুনিছিল আৰু সকলোৰে মনত নতুন যেন লাগিছিল। এই প্ৰবন্ধৰ এক আষাৰ কথা অজিও মোৰ মনত আছে—

"কৰ্ত্তব্যে নৰৰ প্ৰাণ, কৰ্ত্তব্যে জীৱন।
কঠোৰ কৰ্ত্তব্য ব্ৰত জীৱন যাপন।"

এই ছাত্র সমাজৰ যি সকল লোক জীৱিত আছে তেওঁ-লোকৰ প্ৰতি শুভইচ্ছা আৰু যিসকল পৰলোক প্ৰাপ্ত হৈছে তেওঁলোকৰ প্ৰতি পৰলোকত সুখ কামনা কৰিলো।

কামৰূপ জাতীয় উন্নতি বিধায়িনী সভাৰ ইমান কথা

কোৱাৰ পাছত এই সভাৰ মৃত্যু কেনেকৈ হল এই সম্বন্ধে অলপ কোৱা উচিত। যেতিয়া কোনো বস্তুৰ প্ৰতি নিষ্ঠা নোহোৱা হয় তেতিয়া তাৰ মৃত্যু সন্নিকট বুলি জানিব লাগে; বস্তু স্থাৱৰে হঁক বা জংগমে হঁক। যেনে এজন বুঢ়ালোকৰ প্ৰতি যদি স্বজনবৰ্গৰ নিষ্ঠা হ্ৰাস হয় তেতিয়া বুজিব লাগিব যে তেওঁৰে কিবা অজানা দোষত তেওঁৰ প্ৰতি স্বজনবৰ্গৰ আস্থা নোহোৱা হৈছে। গতিকে তেওঁৰ মৃত্যু সন্নিকট। এই কথা স্থাৱৰতো খাটে। এটুকুৰা মাটিৰ প্ৰতি নাইবা এটা বাকচৰ প্ৰতি মালিকসকলৰ নিষ্ঠা নোহোৱা হলে তাৰো মৃত্যু ঘটে। মাটিৰ মৃত্যু বিক্ৰয়, নিলামত যোৱা ইত্যাদি। বাকচৰ মৃত্যু উই খোৱা, মেৰামত নোহোৱা, পাছত ৰন্ধনশালৰ ইন্ধন ৰূপে পৰিণত হোৱা।

কামৰূপ জাতীয় উন্নতি বিধায়িনীৰ পৰিচালকবৰ্গৰ সভাৰ প্ৰতি নিষ্ঠা নোহোৱা হল। পৰিচালকবৰ্গ বুলিলে তেতিয়া মই, ৺কালিচৰণ চৌধুৰী আৰু লক্ষীনাথ শৰ্ম্মা মহাশয়, এই সম্পাদকত্ৰয়। ইয়াৰ ভিতৰতো স্বয়ং মোৰ আৰু ৺কালিৰাম চৌধুৰীৰ এই গতানুগতিক তেতিয়াৰ আমাৰ ধাৰণা অনুসাৰে নিৰ্জীৱ গঠনমূলক কামৰ প্ৰধান্য থকা সভাৰ প্ৰতি নিষ্ঠা নোহোৱা হল।

আমি দুইজন ডেকা সম্পাদকৰ ৰাজনৈতিক উত্তেজনাত আকুল হলো। আমি জাতীয় উন্নতি বিধায়িনী সভাত ৰাজনীতি সোমাই লবৰ বাবে উদগ্ৰীৱ হলো। বিজ্ঞ আৰু বৃদ্ধ সম্পাদক পূজনীয় লক্ষীনাথ শৰ্ম্মাই এই কাৰ্য্য ভাল নহব বুলি কলে। তেওঁ কলে আমাৰ শক্তি অনুসাৰে পূৰ্ব কাৰ্য্য প্ৰণালী মতেই যি পাৰো তাকে কৰি থকা উচিত। সভাৰ মৃত্যু হলেও পূৰ্বৰ কাৰ্য্যক্ৰমতে মৰক। ডেকা তেজৰ বলত তেতিয়া এই

বিজ্ঞজনোচিত পৰামৰ্শ আমাৰ ভাল নালাগিল। মই ভাবিলো লক্ষীনাথ শৰ্ম্মা নিজে স্কুলৰ পণ্ডিত, তেওঁৰ পক্ষে সক্রিয় ৰাজনীতিত যোগ দিয়া কিজানি বিপ্লকৰ বুলিয়ে ভাবে। সাধু সজ্জন পুৰুষৰ প্ৰতি মোৰ এনে ভাব হোৱাত মোৰ পাপ হল। সেই কথা তেতিয়া অনুভৱ কৰিব নোৱাৰিছিলো। এতিয়া বুজিছো মোৰ সেই ভাবৰ কোনো কাৰণ নাছিল আৰু তেতিয়াৰ ৰাজনীতিও নৰম আছিল আৰু পণ্ডিত মহাশয়ো সাহাযাপ্ৰাপ্ত স্কুলৰহে শিক্ষক আছিল।

পূজনীয় লক্ষীনাথ শৰ্ম্মা মহাশয়ে মোক অতি স্নেহ কৰিছিল। মই নলবাৰী স্কুলত তেওঁৰ ছাত্ৰ আছিলো। মোক ডাঙৰ বাপা বুলি মাতিছিল। মই যি কৰো তেওঁৰ মনত সেয়ে ভাল আছিল। তেওঁ মোক আদৰ্শ গৃহী আৰু বিবেচক বুলি বিশ্বাস কৰিছিল। এই বিশ্বাস এতিয়াও আছে। এতিয়াও মই তেওঁৰ ডাঙৰ বাপাই। এনেহেন পূজনীয় লক্ষীনাথ শৰ্ম্মাদেৱক মোৰ আন্তৰিক শ্ৰদ্ধা পূৰ্ণ প্ৰণাম জনালো।

মই কোৱামাত্রে তেওঁ কামৰূপ জাতীয় উন্নতি বিধায়িনী সভাৰ পদ স্বেচ্ছায় এৰি দিবলৈ মান্তি হল। সকলো ঠিক কৰিলৈ ৺কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈক সভাপতি কৰি পুকোৱাৰ চৌধুৰী পাৰাত ১৩২৭ চনৰ ২৭ আষোণত এখন অধিবেশন পতা হল। সেই অধিবেশনত এতিয়াৰ বিখ্যাত নেতা ৰোহিনী কুমাৰ চৌধুৰী, বৰপেটাৰ উকীল দেৱেন্দ্ৰ নাথ উজীৰ বি, এল প্ৰভৃতি লোক সকল উপস্থিত আছিল। অম্বিকাগিৰি ৰায়চৌধুৰী গীত গালে। তাৰ পাছত পুৰ্ব্বৰ নিৰ্দ্দেশ অনুসৰি লক্ষীনাথ শৰ্ম্মা মহাশয়ে তেওঁৰ সহকাৰী সম্পাদকৰ পদ এৰি দিলে। কাৰ্য্য বিবৰণীৰ পৰা তৃতীয় প্ৰস্তাৱটি সম্পূৰ্ণ উদ্ধৃত কৰি দিলো।

গৰকপ্ৰস্তাবঃ— শ্ৰীযুত সভাপতি ভাণ্ডৰীয়াৰ প্ৰস্তাৱ অনুসাৰে সৰ্ব্বসম্মতি ক্ৰমে আৰু শ্ৰীযুত প্ৰতাপ চন্দ্ৰ গোস্বামীৰ অনুমোদনত এই সভাক আসাম এচোচিয়েচনৰ শাখা সভা কৰি লোৱা হল।

এই সভাৰ সভাপতিৰ প্ৰস্তাৱ আৰু সৰ্ব্বসম্মতি ক্ৰমে শ্ৰীযুত কালিচৰণ চৌধুৰীৰ অনুমোদনত শ্ৰীযুত প্ৰতাপচন্দ্ৰ গোস্বামীক এই সভাৰ সম্পাদক আৰু শ্ৰীযুত কালিচৰণ চৌধুৰীক সহকাৰী সম্পাদক বা চেক্ৰেটৰী পতা হল।

* * * *

* * * *

স্বাক্ষৰ শ্ৰীনবীন চন্দ্ৰ বৰদলৈ

এইদৰে কামৰূপ জাতীয় উন্নতি বিধায়নী সভা মৃত্যুৰ মুখলৈ আগবঢ়ি গল। কোৱা বাহুল্য যে তেতিয়া বৰদলৈ ভাণ্ডৰীয়া আসাম এচোচিয়েচনৰ সম্পাদক আৰু আমি দুই সম্পাদক বহুদিন আগৰে পৰা আসাম এচোচিয়েচনৰ মেম্বৰ আছিলো।

এই প্ৰসংগতে বৰদলৈ ভাণ্ডৰীয়াৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা আৰু ভক্তি জ্ঞাপন কৰি কৰ্ম্মবীৰৰ কৰ্ম্মময় জীৱনৰ মই নিজে জনা দুটা এটা কথা উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলো। কৰ্ম্মবীৰ বয়সত মোৰ সমনীয়া বা কিছু ডাঙৰ আছিল। তেখেতে কলিকতাত বি, এল পাছ কৰি গুৱাহাটীলৈ উকিলহৈ অহাৰ পৰা মোৰ লগত পৰিচিত। পৰিচিত জন মাত্ৰকে বন্ধু বুলিব নোৱাৰি। আন এটা ঘটনাৰ পৰা তেখেতৰ লগত মোৰ প্ৰগাঢ় বন্ধুতা হল। এই ঘটনাৰ কথা তলত লিখিলো।

গুৱাহাটীৰ চেচন জজৰ আদালতত এটা কিবা জটিল মোকৰ্দমা হৈছিল। জজ চাহাবে বিশেষ জুৰি মাতি মোক-



অসম কংগ্ৰেছৰ সভাপতি কালত

-ৰ্দমা বিচাৰ কৰিছিল। মই আছিলো জুৰিপতি আৰু বৰদলৈ আছিল আচামী পক্ষৰ উকিল। বৰদলৈ প্ৰাণপণে আচামীক খালাচ কৰিবৰ চেষ্টা কৰিছিল। কিন্তু আচামী খালাচ নহল। কিবা শাস্তি হল। মই বাহালৈ ফিৰিব ধৰিছো। এনেতে বৰদলৈ গৈ মোৰ ওচৰ পালে আৰু হঠাতে মোক হাতত ধৰি লৈ গল আৰু মোকৰ্দমাৰ উত্তম ৰায় দিয়া বুলি প্ৰশংসা কৰিলে। তেতিয়াৰ পৰা মোৰ লগত তেওঁৰ বন্ধুত্ব গাঢ় হৈ আছিল। বৰদলৈ গুণগ্ৰাহী বন্ধুবৎসল লোক আছিল। কিছু খণ্ডাল যদিও ততোধিক সাহসী আৰু ধৈৰ্য্যশীল লোক আছিল। ৰাজনীতি ক্ষেত্ৰত বৰদলৈৰ কথা আৰু কব লাগিব। গতিকে ইয়াত বেছি উল্লেখ নকৰিলো।

বৰদলৈ কংগ্ৰেছৰ চেক্ৰেটাৰী হল। আসাম এচোচিয়েচন কংগ্ৰেছত যোগ হল। তাৰ শাখা কামৰূপ জাতীয় উন্নতি বিধায়িনী সভাৰো একে গতি হল। কংগ্ৰেছৰ প্ৰবল স্ৰোতত সভাৰ অস্তিত্ব নাইকিয়া হল। সভা মৰিল। আত্মীয় স্বজনে মৃতকৰ অস্থি-ভস্ম ৰখাৰ নিচিনা কামৰূপ জাতীয় উন্নতি বিধায়িনী সভাৰো অস্থি স্বৰূপ এটা টোপোলা (ফাইল) মই যত্ন কৰি ৰাখিছিলো। পৰবৰ্ত্তী কালত ৺প্ৰতাপ নাৰায়ণ চৌধুৰী মহাশয় নলবাৰী গৰ্ডন হাইস্কুলৰ চেক্ৰেটাৰী হোৱাত সমগ্ৰ ফাইলটো তেওঁ খুজি নিলে। তাৰ পাছত অনেক বাৰ মই সেই ফাইলটো খোজাতো আজি দিম, কালি দিম কৈ নিদিলে। কোনে জানে যে এনেকৈ জীৱন স্মৃতি লেখাত সেই ফাইলৰ প্ৰয়োজন হব।

প্ৰয়োজনৰ সময়ত নানা প্ৰকাৰ যত্ন কৰি সেই কাগজ পত্ৰবোৰ বিচাৰ কৰাত গৰ্ডন হাইস্কুলৰ পুৰণি কাগজৰ লগত কাৰ্য্যবিৱৰণী বহীৰ এক খণ্ড পোৱা গল। দুৰ্ভাগ্য ক্ৰমে ১৯৪২

চনৰ আন্দোলনত গৰ্ডন হাইস্কুলৰ কাগজ পত্ৰৰ লগত এই বহীটো অৰ্দ্ধদগ্ধ হৈছিল। যিহক সেইখিনি পোৱাৰ বাবেই দুই এটা অধিবেশনৰ কথা আৰু চন তাৰিখ ইয়াত উল্লেখ কৰিব পাৰিলো।



## দ্বিতীয় অধ্যায়

[১]

এতিয়া মই সংস্কৃত সঞ্জীৱনী সভাৰ কথা কম। গুৱাকুছিৰ ৺বিদ্যাদত্ত কবিৰত্নৰ পুত্ৰ লক্ষীনাথ পঞ্চতীৰ্থ মহাশয় দেশৰ পাঠ শেষ কৰি নৱদ্বীপত উচ্চ শিক্ষা লাভ কৰে আৰু নৱদ্বীপতে ভিন ভিন বিষয়ৰ পাচটা তীৰ্থ উপাধি পাচ কৰি পঞ্চতীৰ্থ খ্যাতি অৰ্জ্জন কৰে। নবদ্বীপৰ যিখন টোলত তেওঁ পঢ়িছিল সেই টোলতে অধ্যাপকৰ পদ গ্ৰহণ কৰে। কিছু-দিন পাছত দেশলৈ উভতি নিজ গাওঁতে "গুৱাকুছি দৰ্শন বিদ্যা-লয়" নামে এখন টোল স্থাপন কৰে। সেই সময়ত অসমত কোনো উপাধি পৰীক্ষা বা সংস্কৃত বোৰ্ড আদি নাছিল। সেই কাৰণে তেওঁৰ ছাত্ৰ সকলে পৰীক্ষা দিবলৈ ভাটিৰ ৰংপুৰ বা কলিকতালৈ যাব লাগিছিল। নলবাৰীতে পৰীক্ষাৰ কেন্দ্ৰ হলে ছাত্ৰ সকলৰ বহু সুবিধা হয় আৰু খৰছো নোহোৱা হয়। গতিকে নলবাৰীত এটা বঙ্গীয় সংস্কৃত বোৰ্ডৰ পৰীক্ষাৰ কেন্দ্ৰ স্থাপন কৰিবৰ চিন্তা পঞ্চতীৰ্থ মহাশয়ৰ মনত উদয় হয়

আৰু সেইবাৰে যত্ন কৰিব ধৰিলে।

বঙ্গীয় সংস্কৃত বোৰ্ডৰ নিয়ম আছিল আৰু এতিয়াও আছে—য'ত পৰীক্ষাৰ কেন্দ্ৰ হয় তাত এখন সভা থাকিব লাগে। সভাৰ উদ্দেশ্য হব লাগে সংস্কৃত শিক্ষাৰ উন্নতি সাধন। সভাপতি আৰু সম্পাদকৰ উপাধি থাকিব লাগে গতিকে নলবাৰীত কামৰূপ সংস্কৃত সঞ্জীৱনী সভা নামে এখন সভা স্থাপিত হল। এই সভাৰ নাম উদ্ধাৰনকৰ্ত্তা পঞ্চতীৰ্থ মহাশয় আছিল। প্ৰধানকৈ তেওঁৰ যত্ন আৰু চেষ্টাৰ ফলতে সভা আৰু পৰীক্ষাৰ কেন্দ্ৰ স্থাপিত হল। সভাৰ প্ৰথম স্থায়ী সভাপতি হল ৺মহামহোপধ্যায় ধীৰেশ্বৰাচাৰ্য্য। সম্পাদক হল স্বয়ং পঞ্চতীৰ্থ মহাশয়। আমি সভা শুৱনী মেম্বাৰ হলো। কেতিয়াবা সভাত উপস্থিত হও মাত্ৰ। কিন্তু ছাত্ৰ সকলৰ বৰ সুবিধা হল। দূৰলৈ গৈ খৰচ আদি কৰিব নলগা হল। প্ৰথম দুই তিনি বছৰ মান সম্পাদকৰ অনুৰোধক্ৰমে ওচৰৰ ভদ্ৰলোক সকলে পৰীক্ষা দিব অহা ছাত্ৰ বিলাকক নিজৰ ব্যয়েৰে থকা খোৱাৰ বন্দবস্ত কৰি দিছিল। ছাত্ৰই নিজৰ পৰা এক পইচা খৰচ নকৰাকৈও পৰীক্ষা দি যাব পাৰিছিল।

ইত্যাদি সুবিধাৰ কাৰণে বঙ্গীয় আদ্য, মধ্য পৰীক্ষাৰ ছাত্ৰ এইদৰে বাঢ়ি গল যে নলবাৰী কেন্দ্ৰীয় বঙ্গীয় সংস্কৃত বোৰ্ডৰ লেখত লবলগীয়া অনুষ্ঠান হল। ছাত্ৰ ইমান বেছি হব ধৰিলে যে ছাত্ৰৰ খৰছ দিয়া প্ৰথা উঠি গল। কিন্তু থকা ঘৰৰ সুবিধা কৰি দিয়া নিয়ম এতিয়াও আছে। কোনো টোলৰ ছাত্ৰই থকাৰ সুবিধাৰ বাবে প্ৰৰ্থনা জনালে এতিয়াও সভাৰ পক্ষৰ পৰা ঘৰ-দুৱাৰ স্থিৰ কৰি ৰখা প্ৰথা চলিয়ে আছে।

কেন্দ্ৰ হলেও এটা বিষয়ত ত্ৰুটি থাকিল। উপাধৰি

পৰীক্ষা নলবাৰী কেন্দ্ৰত দিব নোৱাৰা হৈয়ে থাকিল। উপাধিৰ পৰীক্ষাত মৌখিক প্ৰশ্ন থকাৰ কাৰণে কলিকতালৈ যাব লগা হৈয়ে থাকিল। ফলত মধ্য পৰীক্ষা পাছ কৰি উপাধি পঢ়িবলৈ নবদ্বীপ বা কলিকতা আদিলৈ ছাত্ৰবিলাক গুছি যায়। অসমত উপযুক্ত পণ্ডিত থাকিলেও প্ৰায় ছাত্ৰই দেশত থাকি পঢ়িবলৈ মন নকৰে। বিদেশত পঢ়ি আহিলে ছাত্ৰসকলৰ পাণ্ডিত্য আৰু সন্মান বঢ়া বুলি তেওঁলোকে বিশ্বাস কৰে।

মহামহোপধ্যায় স্বৰ্গী হোৱাৰ লগে লগে, অলপ আগতে কি পাছতে ভাল মনত নাই পঞ্চতীৰ্থ মহাশয়ো স্বৰ্গী হল। সেই সময়ত তেওঁৰ সুযোগ্য ভ্ৰাতা ৺ৰঘুনাথ শিৰোমণি মহাশয় সম্পাদক হল। আৰু মই অযোগ্য হলেও পণ্ডিত সমাজে সম্ভৱতঃ মোৰ প্ৰতি স্নেহ থকাৰ কাৰণেই মোক স্থায়ী সভাপতি পাতিলে।

মই সভাপতি হৈয়ে অসমতো এখন স্বকীয় সংস্কৃত বোৰ্ড আৰু সংস্কৃত এচোচিয়েচন পতাৰ আৱশ্যকতা বৰকৈ অনুভৱ কৰিলো। ইয়াৰ আচল কাৰণ আছিল পূৰ্বে উল্লেখ কৰা অসুবিধাবিলাক দূৰ কৰা। আৰু আন এটা কথাৰ প্ৰতি মোৰ দৃষ্টি পৰিল; প্ৰাচীন কালৰ উপাধি বিলাকৰ প্ৰচলন কৰা যেনে বাগীশ, ভাৰতী, কন্দলী ইত্যাদি। আৰু কামৰূপ সংস্কৃত সঞ্জীৱনী সভাখন ঢাকাৰ সাৰস্বত সমাজৰ অনুকৰণে গঢ়ি তোলা।

সংস্কৃত বোৰ্ড গঠন সম্বন্ধে পৰম্পৰে একো নজনাকৈয়ে নলবাৰীৰ কামৰূপ সঞ্জীৱনী সভাৰ পক্ষৰ পৰা আৰু শ্ৰীহট্ট ব্ৰাহ্মণ পৰিষদৰ পৰাও অনুৰূপ যত্ন কৰা হল। সেই সময়ত শিক্ষা বিভাগৰ ডাইৰেক্টৰ কানিংহাম চাহাব আছিল। তেওঁৰ ওচৰলৈ বহু আবেদন নিবেদন যোৱাত তেওঁ নলবাৰীলৈ

আছিল। সেই সময়ত ইন্সপেক্টৰ ৺দুৰ্গাধৰ বৰকটকী আছিল। তেওঁ মোৰ লগত কথা বাৰ্ত্তা হৈ সংস্কৃত শিক্ষাৰ সম্বন্ধে কিবা এটা কৰা আৱশ্যক বুলি ভাবিলে। ৺বৰকটকী ডাঙৰীয়াই আন আন পণ্ডিত সকলো লগ ধৰিছিল। কিন্তু দুখৰ বিষয় তেওঁলোকৰ পৰা কোনো উল্লেখযোগ্য পৰিকল্পনা পোৱা নাছিল।

সংস্কৃত শিক্ষাৰ সম্বন্ধে অনুসন্ধান কৰিবলৈ ডাইৰেক্টৰ কনিংহাম চাহাব আহিল নলবাৰীলৈ। লগত আছিল সক গোসাই। ৰেল ষ্টেচনতে কানিংহাম চাহাবে মোক সুধিলে অৱশ্যে ইংৰাজীৰে। মই ইংৰাজী নাজানো বুলি কোৱাত তেওঁ দুই তিনিবাৰ মান 'আই অ্যাম চৰি' "আই অ্যাম চৰি" কৰোতে সৰুগোসাই অসমীয়া কৰি দিলে। মই অসমীয়াতে উত্তৰ দিলো যে এইটো আপোনালোক ইংৰাজৰ দোষতে ঘটিল। আমাৰ দেশ মানৰ উপদ্ৰৱত ভাঙি চিঙি গৈছিল। শিক্ষানুষ্ঠান, ধৰ্মানুষ্ঠান সকলো প্ৰায় লোপ পাইছিল। তেনে সময়তে দেশ গঢ়াৰ ভাৰ ইংৰাজৰ হাতত পৰিল। ইংৰাজ গবৰ্ণমেণ্টে সেই সময়ত যি দুই চাৰিজন সংস্কৃত পণ্ডিত আছিল তেওঁ লোকৰ খবৰকে নকৰিলে। ইংৰাজী জনা বঙালী কৰ্মচাৰী আৰু দুই চাৰিজন আহোমৰ দিনৰ ডা-ডাঙৰীয়াৰ হৈতে দেশৰ পুনৰ গঠনত লাগি গ'ল। দেশত যে বিৰাট সংস্কৃত শাস্ত্ৰৰ বিধান অৱশিষ্ট আছিল তাৰ প্ৰতি অৱহেলা কৰা হল। গতিকে অৰ্থকৰী বিদ্যা নোহোৱাত আৰু ৰাজাৰ সাহায্য নোপোৱাত সংস্কৃত শিক্ষা লোপ পালে। পণ্ডিতসকলেও আপোনালোকক তেওঁলোকৰ মনৰ কথা খুলি কবৰ সুবিধা নাপালে। পণ্ডিতসকলে তেতিয়া ইংৰাজক বাঘ ভালুকৰ নিচিনা ভয় কৰিছিল। গো-খাদক ম্লেচ্ছ বুলি

ঘৃণাও নকৰা নহয়। এই কাৰণতে অৰ্থাৎ ইংৰাজ চাহাবৰ ওচৰলৈ গোচৰ দিব যাব লগা হোৱাত নিজৰ ব্ৰহ্মোত্তৰ বৃত্তি এৰি দিছিল। মোৰ এইবোৰ কথা চাহাবে বুজি পোৱা নাছিল। সকগোসাই ইংৰাজীত অনুবাদ কৰি দিছিল। সকগোসাই জুখি কথা কৈছিল আৰু সকলো কথাকে জুকি-য়াই লৈ আৱশ্যকীয় কথাখিনি ছাহাবক কোৱা বুলি পাছত মোক কৈছিল। বিহক কানিংহাম চাহাবে আৰু একো উক্তি নকৰিলে। এই ঘটনাৰ কিছু দিন পাছত কটন কলেজৰ সংস্কৃত শাস্ত্ৰৰ প্ৰধান অধ্যাপক বনমালী বেদান্ততীৰ্থ, এম.এ দেৱক সংস্কৃত শিক্ষাৰ পুণৰ গঠন কাৰ্য্যত নিযুক্ত কৰিলে। পণ্ডিতসকলৰ লগত আলোচনা কৰিবলৈ তেওঁ নলবাৰীলৈ আহিল। বাটত আমিনগাওঁৰে ৰেল ষ্টেচনৰ প্লেট ফৰ্মত তেওঁৰ লগত মোৰ দেখা হল। তেওঁ মোক পাই ভাল পালে। তেওঁৰ লগত থকা দৰধাস্তবিলাক সংস্কৃত সঞ্জীৱনী সভাৰ সভাপতি হিচাবে মোৰ চহীতে গৈছিল; তদুপৰি তেওঁ মোৰ পৰিচিত পুৰণি বন্ধু আছিল।

দুয়ো গৈ এখন মধ্য শ্ৰেণীৰ গাড়ীত উঠি বহিলোঁ। সেই গাড়ীতে দীনবন্ধু এণ্ড্ৰুজ চাহাবো আছিল। বনমালী বাবুই তেখেতৰ লগত মোৰ চিনাকি কৰি দিয়ে আৰু মই যি নহয় তাকে কোৱাৰ বাবে মই লজ্জিত হলো অৰ্থাৎ বন-মালী বাবুই মোৰ কথা বহু বঢ়াই কলে। বনমালী বাবু সাধু পুৰুষ আছিল। তেওঁৰ স্বভাৱ আছিল "আত্মগুণ কবয় বিস্তাৰ" ধৰণৰ। এণ্ড্ৰুজ চাহাবৰ লগত আলাপ পৰিচয় হোৱাৰ পাছত তেওঁ আমাৰ দেশলৈ অহাত মই ধন্যবাদ জনালোঁ। তেখেতে কলে তেওঁৰ মনত ই দেশ সি দেশ ভেদ নাই। সমস্ত ভাৰতবৰ্ষকে তেওঁৰ কৰ্মক্ষেত্ৰ কৰি দিছে।

যেতিয়া যি প্রদেশলৈ যোৱা আৱশ্যক বুলি ভাবো তেতিয়া মই সেই প্রদেশলৈ যাও। দীনবন্ধু এণ্ড্রুজ চাহাব সৌম্য শান্ত মুৰ্ত্তিৰ। মুখ মণ্ডলত এটা সেৱাৰ ভাবৰ দীপ্তি। ভাৰতীয় ঋষিৰ নিচিনা ডাঢ়ি গোফ আছে। এই সাধু পুৰুষৰ দৰ্শন পাই সন্তোষ পালো। সাধু সন্দৰ্শনত পুণ্য লাভো কৰিলোঁ।

এণ্ড্রুজ চাহাবৰ লগত মোৰ কথা-বাৰ্ত্তা হোৱাৰ পাছত বনমালী বাবুই তেওঁৰ নলবাৰীলৈ অহাৰ উদ্দেশ্য কলে। মই আগতে গম পাইছোঁ। বুলি কলো। সেই সময়ত অসহযোগৰ প্ৰথম ঢৌ। কৰ্ম্মবীৰ নবীন চন্দ্ৰ বৰদলৈ আৰু দেশভক্ত ফুকন জেলত। আসাম প্ৰাদেশিক কংগ্ৰেছৰ গুৰুভাৰ মোৰ ওপৰতে পৰিছে। মোৰ অৱস্থাও দোদুল্যমান। জেলত থাকো নে বাহিৰতে থাকো তাৰ একো স্থিৰতা নাই। তাৰ উপৰিও গবৰ্ণমেণ্টে নিযুক্ত কৰা অফিচাৰৰ কাৰ্য্যত সহযোগ কৰা মোৰ নীতি নহয়। গতিকে মই তেওঁক বিশেষ সহায় কৰিব নোৱাৰিম বুলি ভাবিলো। ইমান দিনৰ পৰা চেষ্টা কৰা সংস্কৃত বোৰ্ডৰ কাৰ্য্যত সহায় নকৰাও সমীচিন নহব যেন ভাবি তেওঁক কলো।

মই বন্ধুভাবে আপোনাৰ সকলো কথাতে সকলো দিহা পৰামৰ্শতে যোগ দিব পাৰিম। যিহেতু ই এটা শিক্ষা-নুস্থান; আন ৰাজনৈতিক কাৰ্য্য নহয়। কিন্তু আপুনি আপোনাৰ ৰিপোৰ্টত মোৰ কোনো কথা উল্লেখ কৰিব নোৱাৰে। যিহেতু আপোনাৰ আৰু মোৰ ভিতৰত হোৱা কথা কংগ্ৰেছ সভাপতি আৰু এজন গবৰ্ণমেণ্টৰ বিষয়াৰ মাজত হোৱা কথা নহয়। যি কথা হব সি মাত্ৰ দুইজন বন্ধুৰ ভিতৰত ৰহস্য আলাপ স্বৰূপহে হব। সেই সময়ত ইন্দ্ৰেশ্বৰ

বৰঠাকুৰ নলবাৰী গড়ন হাইস্কুলৰ হেড্ মাষ্টৰ। তেওঁ মোৰ বিশেষ বন্ধু আছিল, মোক দাদা বুলি মাতিছিল। বনমালী বাবুৰো ছাত্ৰ আছিল। নলবাৰী হাইস্কুলখনো তেওঁ বাহ্যিক দৃষ্টিত ৰমক-জমক কৰি তুলিছিল। ইয়াৰ পণ্ডিত সজ্জন সকলৰ লগত ইতিমধ্যে তেওঁ পৰিচিত হৈ পৰিছিল। কোনো কোনো ডেকা পণ্ডিত তেওঁৰ অন্তৰঙ্গ বন্ধুও হৈছিল। সংগঠন শক্তিও তেওঁৰ আছিল। ইত্যাদি কাৰণত বনমালী বাবুৰ ভাৰ মই তেওঁৰ ওপৰত ন্যস্ত কৰিলো। তেওঁ বোৰ্ডিং চুপা-ৰিণ্টেণ্ডেণ্টৰ ঘৰ খালি কৰি বনমালী বাবুক তাতে ৰাখিলে।

বৰঠাকুৰৰ লগলাগি তেওঁ দুই চাৰিখন টোল পৰিদৰ্শন কৰিলে। তেতিয়াৰ টোল বুলিলে লিপা-পুচা ঘৰ-দুৱাৰ, ফুলনি বাৰী আৰু ছাত্ৰ অধ্যাপকৰে ভৰপূৰ এটা ৰমক জমক অনুষ্ঠান আছিল। এতিয়াৰ দৰে টকজুৰা ছাত্ৰশূন্য টোল নাছিল। টোল আদি দেখি আৰু গাঁৱৰ ব্ৰাহ্মণ সকলৰ সজ-ব্যৱহাৰত তেওঁ মুগ্ধ হৈছিল। এই কথা তেওঁ নিজ মুখে কেইবাবাৰো মোৰ আগত প্ৰকাশ কৰিছিল।

ইয়াৰ পাছত বনমালী বাবুই কি ৰিপোৰ্ট দিলে মই নাজানো। কিন্তু কেইমাহ মানৰ পাছত বৰ্ত্তমান আকাৰৰ সংস্কৃত এচোচিয়েন সংস্কৃত বোৰ্ড স্থাপিত হ'ল। সকলো শাস্ত্ৰৰে আদ্য, মধ্য উপাধি পৰীক্ষা সৃষ্টি হ'ল। উপাধি হ'ল শাস্ত্ৰৰ নামেৰে সৈতে শাস্ত্ৰী। যেনে ব্যাকৰণ শাস্ত্ৰী, কাব্য শাস্ত্ৰী, স্মৃতি শাস্ত্ৰী ইত্যাদি।

শাস্ত্ৰী উপাধি কেনেকৈ হ'ল তাৰো এটা ইতিহাস আছে। তাকো ইয়াতে কোৱা ভাল। সংস্কৃত বোৰ্ড স্থাপিত নোহোৱাত বিদেশত গৈ উপাধি লৈ আহিব নোৱাৰা উপযুক্ত ছাত্ৰসকলক ঢাকা সাৰস্বত সমাজৰ অনুকৰণে আমি কামৰূপ

সংস্কৃত সঞ্জীৱনী সভাৰ পৰাও উপাধি দিয়াৰ নিয়ম কৰিলো। এই উপাধি আছিল দুই ৰকমৰ। এক ৰকম অনাৰেৰী আৰু আন প্ৰকাৰ ৰীতিমতে লিখিত পৰীক্ষাৰ ফলৰ ওপৰত নিৰ্ভৰ কৰি দিয়া উপাধি, এই উপাধিবিলাক আছিল প্ৰাচীন ধৰণৰ যেনে বাগীশ, ৰত্ন-ভাৰতী ইত্যাদি। বেলেগ বেলেগ শাস্ত্ৰৰ বেলেগ বেলেগ, যেনে সাহিত্যৰত্ন, ভাগবত-বাগীশ, স্মৃতি-বাগীশ কাব্য-ভাৰতী ইত্যাদি। অনেক ছাত্ৰই পৰীক্ষা দি উপাধি গ্ৰহণ কৰিলে। পৰীক্ষাৰ মান সহজ নাছিল। অনেকে অনাৰেৰী উপাধিও পালে। যেনে কুলবিলৰ প্ৰসিদ্ধ কবিৰাজ ৺পদ্মচন্দ্ৰ গোস্বামী দেৱে ভিষকশিৰোমণি, চন্দ্ৰধৰ বৰুৱা দেৱে সাহিত্য ৰত্ন। সংস্কৃত বোৰ্ড স্থাপিত হোৱাত লিখিত পৰীক্ষা উঠাই দিয়া হল। অনাৰেৰী পৰীক্ষা দিয়া প্ৰথা আজিও আছে।

বনমালী বাবুৰ লগত কথাবাৰ্ত্ত হোৱাত কলো আগৰ উপাধি বিলাক প্ৰচলন কৰাৰ আৱশ্যক নাই। ছাত্ৰসকলে তীৰ্থ আৰু শাস্ত্ৰী উপাধিহে ভাল পায়। অনেক কৃতিছাত্ৰই দুই তিনিটা তীৰ্থ উপাধি লাভ কৰিও আন কোনো প্ৰকাৰে শাস্ত্ৰী উপাধি সংগ্ৰহ কৰি শাস্ত্ৰী উপাধিহে ব্যৱহাৰ কৰে। তীৰ্থ উপাধি হলে বঙ্গদেশৰ লগত একে হয়। ভিন দেশৰ ভিন বোৰ্ডৰ ভিন উপাধি হোৱা বাঞ্চনীয় সেই বাবে বনমালী বাবুই শাস্ত্ৰ নামেৰে সৈতে শাস্ত্ৰী উপাধিৰ পক্ষপাতী। গতিকে আমাৰ বোৰ্ডতো শাস্ত্ৰী উপাধি প্ৰচলন হল। মোৰ যিমান দূৰ মনত পৰে সম্ভৱতঃ বনমালী বাবুই পশ্চিমৰ শাস্ত্ৰী আৰু বাংলা দেশৰ অনুকৰণে শাস্ত্ৰৰ নাম লগ লগাই শাস্ত্ৰী উপাধিৰ সৃষ্টি কৰে।

বনমালী বাবুৰে নলবাৰী এবাৰ আগদিনা ইন্দ্ৰেশ্বৰ

ঘৰঠাকুৰে এখন বিৰাট সভা পাতি বনমালী বাবুক অভিনন্দন দিলে। ঘৰঠাকুৰ আছিল অভ্যাৰ্থনা সমিতিৰ সভাপতি। তেওঁ সংস্কৃত ভাষাত লেখা অভিনন্দন পাঠ কৰিলে। পাঠৰ ভংগী আৰু উচ্চাৰণ অতি উত্তম হৈছিল।

সংস্কৃত বোৰ্ড স্থাপিত হোৱাত কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ কাৰ্যাৰ ভাৰ অনেক কমিল। সঞ্জীৱনী সভাৰ নিজা লিখিত পৰীক্ষা উঠাই দিয়াত গা বহু পাতল হল। এই পৰীক্ষাৰ বাবে ছাত্ৰ সংগ্ৰহ কৰা, প্ৰশ্ন পত্ৰ তৈয়াৰ কৰা লিখিত পৰীক্ষাৰ উত্তৰ বিলাক পৰীক্ষা কৰা ইত্যাদি কামৰ বেমেজালিত আন ফালে মন দিবৰ সময় হোৱা নাছিল। এতিয়া আজৰি পাই সংস্কৃত সঞ্জীৱনী সভাৰ বাবে এটা লাইব্ৰেৰী স্থাপনত মন দিয়া হল। অলপ অচৰপ পুথি সংগ্ৰহ হল। সংস্কৃত বোৰ্ডৰ পৰাও কিছু পুথি পত্ৰ পাই-ছিলো। এনেতে সম্পাদক পৰিবৰ্ত্তন হল। পুথি পত্ৰ সম্পা-দকৰ হাতত আছিল। তেওঁৰ মৃত্যুৰ লগতে কিছু পুথি পত্ৰ হেৰাল। ধৰ্ম্মনাথ ব্যাকৰণতীৰ্থ নথকা হলে সমুদায় পুথি পত্ৰ নষ্ট হলহেতেন। ধৰ্ম্মনাথ শম্ভুনাথ শাস্ত্ৰীৰ ছাত্ৰ আছিল। এতিয়া তেওঁ মঙ্গলদৈ গবৰ্ণমেণ্ট হাইস্কুলৰ শিক্ষক। ইয়াৰ পাছত সম্পাদক হল ৺পুষ্পকান্ত শাস্ত্ৰী। এওঁৰ সময়ত লাই-ব্ৰেৰীৰ কাম বহু আগুৱাই গৈছিল। কিন্তু দুখৰ বিষয় তেওঁৰ মৃত্যুৰ পাছত অনেক পুথি উই পোকে কাটিলে। তাৰ পাছত সম্পাদক হল শ্ৰীকান্ত ভট্টাচাৰ্য্য ব্যাকৰণতীৰ্থ। এওঁ বৰ্ত্তমান নলবাৰী গৰ্ডন হাইস্কুলৰ সংস্কৃত শিক্ষক। এওঁৰ তাতো পুথি পত্ৰ নিৰাপদ নহয় দেখি মোৰ নিজৰ পৰা দুটা আল-মাৰি দি সভাৰ সন্মতি ক্ৰমে মোৰ চ'ৰা ঘৰৰ এটা কমৰাত সংস্কৃত সঞ্জীৱনী লাইব্ৰেৰীৰ পুথি পত্ৰ ৰখা হল। এতিয়া

এই লাইব্ৰেৰীৰ কিতাপৰ সংখ্যা অনেক বাঢ়িছে। মোৰ নিজা কিতাপ পত্ৰ আৰু পুৰণি পুথিবোৰ সংস্কৃত সঞ্জীৱনী সভাৰ লাইব্ৰেৰীলৈ দান কৰাত লাইব্ৰেৰীৰ মূল্য অনেক বাঢ়িছে। এতিয়া এই লাইব্ৰেৰী নলবাৰী সংস্কৃত কলেজৰ এটা পকী কোঠালীত ভালকৈ ৰখা হৈছে।

সংস্কৃত সঞ্জীৱনী সভাৰ নামত মোৰ নিজ ব্যয়ত ভগবান চন্দ্ৰ গোস্বামী কাব্যব্যাকৰণতীৰ্থ মহাশয়ক এবছৰ ৰাখি কামৰূপৰ পণ্ডিতৰ দ্বাৰা ৰচিত আৰু কামৰূপত থকা সংস্কৃত পুথি বিলাকৰ এটা পিয়ল কৰাই তাৰ বিৱৰণ লিপিবদ্ধ কৰি ৰখা হৈছে। ধৰ্মনাথ ব্যাকৰণতীৰ্থ মহাশয়ৰ দ্বাৰা অসমৰ স্বৰ্গীয় পণ্ডিতসকলৰ এখন জীৱনীও সংগ্ৰহ কৰা হৈছে। মোৰ মনত এইবোৰ দেশৰ পক্ষে বৰ মূল্যবান সম্পত্তি। আনে কি ভাবে কব নোৱাৰো।

আগেয়ে উল্লেখ কৰা হৈছে কামৰূপ জাতীয় উন্নতি বিধায়িনী সভাত নলবাৰীত এখন উচ্চ ইংৰাজী আৰু এখন উচ্চ সংস্কৃত বিদ্যালয় স্থাপন কৰাৰ প্ৰস্তাৱ লোৱা হৈছিল। তাৰ পাছত প্ৰাচীন কামৰূপ ব্ৰাহ্মণ সমাজে কামৰূপ সংস্কৃত সঞ্জীৱনী সভাক নলবাৰীত এখন সংস্কৃত কলেজ স্থাপন কৰিবলৈ অনুৰোধ কৰে আৰু সংস্কৃত কলেজ এখনৰ আৱশ্যকতাও বিশেষ ৰূপে অনুভূত হোৱাত আজি বাৰ বছৰ আগৰ পৰা কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ পক্ষৰ পৰা নলবাৰীত সংস্কৃত কলেজ স্থাপন কৰা হয়। এই কলেজ আজিও সৰ্বাঙ্গ সুন্দৰ হোৱা নাই। সেই কাৰণে কলেজৰ কামতে মই ব্যস্ত থাকিব লগা হোৱাত সংস্কৃত সঞ্জীৱনী সভাৰ আন কাৰ্য্যৰ প্ৰতি বিশেষ মনোযোগ দিব পৰা নাই। তথাপি ইয়াক এখন গৱেষণামূলক অনুষ্ঠান ৰূপে গঢ়ি তুলিবলৈ চেষ্টা কৰা হৈছে। সম্পত্তি গৱেষণা মূলক কাম আৰম্ভ কৰা হৈছে। এই কাৰ্য্যত নলবাৰী

সংস্কৃত কলেজৰ অধ্যক্ষ মনোৰঞ্জন শাস্ত্ৰী বিশেষ মনোযোগ দিছে। বৰ্ত্তমান সম্পাদকো শাস্ত্ৰী। মই শাস্ত্ৰীৰ ওপৰত বিশেষ আশা ভৰষা কৰিছো। ভগৱানে তেওঁক দীৰ্ঘজীৱি কৰক!



## তৃতীয় অধ্যায়

কামৰূপ জিলা কলিতা প্ৰধান। এটা এটাকৈ জাতিৰ লেখ ললে কলিতাই বেছি হব। কামৰূপৰ ভিতৰতো চামতা বেলশৰক কেন্দ্ৰ কৰি চাৰিও ফালে ৮।১০ মাইল স্থানত কলিতাসকলৰ সংখ্যা আৰু প্ৰভাব বেছি। কায়স্থ সামান্য পৰিমান থাকিলেও সংখ্যাত তেওঁলোক কম। চামতা বেলশৰৰ কলিতা বিলাকে সৰ্বপ্ৰথমে ক্ষত্ৰিয় আন্দোলন আৰম্ভ কৰিলে। আৰ্থিক দিশৰ পৰা ব্ৰাহ্মণ গোসাই সকলৰ লোকচান হব ধৰিলে। ব্ৰাহ্মণ সকলে আন্দোলনত বাধা দিবৰ বাবে চেষ্টীত হল। ব্ৰাহ্মণ বিলাকৰ নেতৃত্ব গ্ৰহন কৰিলে বিশ্বেশ্বৰ দেৱালয়ৰ দলৈ ৺দূৰ্গাৰাম শৰ্মা আৰু তাৰানাথ চক্ৰবৰ্ত্তী মহাশয়। দূৰ্গাৰাম দলৈ মনোবল থকা দৃঢ় প্ৰকৃতিৰ লোক আছিল। এই আন্দোলন উপলক্ষে তাৰানাথ চক্ৰবৰ্ত্তী পৰশুৰাম উপাধি পাইছিল। কিছুকালৰ পাছত কলিতা সকলৰ আন্দোলন শাস্ত্ৰ সন্মত নে অমূলক এই বিষয় সিদ্ধান্ত কৰিবৰ বাবে বেলশৰৰ ৰবভিঠা

চুপাত এখন বিৰাট সভা হল। তাত কলিতা আৰু ব্ৰাহ্মণ দুয়োপক্ষৰে লোক উপস্থিত আছিল। কলিতা সকলৰ পক্ষে গুৱাহাটীৰ পৰা ৺হলিৰাম দাস বি, এল প্ৰভৃতি আন আন লোকো উপস্থিত আছিল, ব্ৰাহ্মণ সকলৰ পক্ষেও কামৰূপৰ প্ৰায়ভাগ ব্ৰাহ্মণে যোগদান কৰিছিল।

দুয়োপক্ষৰ সম্মতি ক্ৰমে সভাপতিৰ ভাৰ মোৰ ওপৰত পৰিল। মোৰ বয়স তেতিয়া ৩৫/৩৬ বছৰ মান হব। মই এই সভাৰ সভাপতি স্বৰূপে দুয়ো পক্ষৰ মাজত এটা মীমাংসাৰ বাবে যত্ন কৰিলো। মোৰ প্ৰস্তাৱ হল—কলিতা বিলাকে উপবীত গ্ৰহণ কৰি বৰ্মা উপাধি লিখক কিন্তু তেৰ দিন অশৌচ গ্ৰহণ কৰিব নালাগে। যিহেতু অশৌচৰ ভিতৰত অন্ন গ্ৰহণ কৰাতহে স্মৃতি শাস্ত্ৰমতে ব্ৰাহ্মণৰ দোষ হব পাৰে। উপবীত গ্ৰহণ আৰু বৰ্মা উপাধি লিখাত কোনো দোষৰ উল্লেখ নাই। এই বিষয়ে মানুহৰ চিত্ত আকৰ্ষণৰ কাৰণে এটা গল্প কলোঁ। এই গল্পটো সংক্ষেপে ইয়াত উল্লেখ কৰিলোঁ।

এজন ক্ষত্ৰিয় ৰজা আছিল। এওঁ দিনে ৰাজ সভা ভাঙি অন্তঃপুৰলৈ যোৱাৰ আগতে দেশ-বিদেশৰ জ্ঞানী, গুনী, কবি, বিদ্বান বা আন যি কোনো গুণৰ অধিকাৰী লোকসকলক, গো, ভূমি, হিৰণ্য আদি দান কৰিছিল। ৰজাৰ দানত সমৃদ্ধ হৈ দান গ্ৰহীতা সকলে একান-পতীয়াহৈ নিজ নিজ গুণৰ উৎকৰ্ষ সাধন কৰিছিল। সেই ৰজাৰ ৰাজকাৰেঙৰ ওচৰতে এঘৰ দুখীয়া বামুণৰ বাস আছিল। বামুণৰ ঘৰত মাত্ৰ দুটা প্ৰাণী, বামুণ আৰু আৰু বামুণী। সতি-সন্তান একো নাছিল। বামুণী আছিল বুদ্ধিমতী, বামুণ আছিল অজলা। বামুণীৰ বুদ্ধিমতেই কোনোমতে খাই বৈ আছিল।

এদিন বামুণীয়ে বামুণক কলে আমাৰ ওচৰতে ৰজাৰ ঘৰ, কত দেশ-দেশান্তৰৰ পৰা লোক আহি ৰজাৰ পৰা ধন বিত্তলৈ যায় তুমিনো এদিন নোযোৱা কিয় ?" বামুণে কলে, "এহ, মোক দিবনে'' তথাপি বামুণীৰ কথা এৰাব নোৱাৰি ৰাজসভালৈ গল। চিৰা কাপুৰ, উদং গা। যাওতে বাটত পৰি বোকাৰে লুটুৰ-পুটুৰ হৈ গৈছে। কোনে তেওঁক ৰাজ সভাত সোমাবলৈ দিব! গতিকে ৰজা ওলাই অহালৈ বাটতে অপেক্ষা কৰি আছিল। ৰজাই গাত লগুন থকা গতিকে বামুণ বুলি জানি তেওঁৰ লগত যোৱা পাত্ৰমন্ত্ৰীসকলক ''হায়! হায়! এয়ে নেকি সেই'' বুলি কৈ গুছি গ'ল। বামুণ ঘৰলৈ ঘোৱাত বামুণী সুধিলে "কি হল ?" বামুণে সকলো বিবৰণ কলে। বামুণীয়ে নামাতি থাকি ৰান্ধি বাঢ়ি ভালকৈ খুৱালে। ৰাতি পুৱাও বামুণীয়ে বামুণক নধৰ-নপৰকৈ সোনকালে ভাত-পানী খুৱাই-ধুৱাই আকৌ ৰজাৰ ভালৈ যাবলৈ কলে। বামুণ নাযায়, বামুণীয়ে নেৰে। এনে তয়ামযাৰ পাছত বামুণ গল। আগৰ চিৰা কাপোৰখন পেকত লুটুৰ-পুটুৰ হৈ থকাত যেনিবা বামুণীৰ আগুৰাম খনকে পিন্ধি গল। বামুণী শিকাই দিলে "তুমি কালিৰ নিচিনা ৰাজ সভাৰ দুৱাৰ দলিতে থিয়দি থাকিবা। ৰজা যেতিয়া ওলাই আহে তেতিয়া তুমি ভেকাহি মাৰি কবা—"হায়! হায় সেয়ে নেকি এই ?" এই বুলি কৈ তুমি গুছি আহিবা। ৰজাই মাতিলেও ঘুৰি নাচাবা।" বামুণেও ঘৈণীয়েকৰ উপদেশমতে কাৰ্য্য-কৰি গুছি আহিল। পিছদিনা পাত্ৰ মন্ত্ৰী সকলক কলে "মহাৰাজ ইয়াকটো আমি সকলোৱে চিনি পাওঁ; আপোনাৰ ৰাজপ্ৰসাদৰ কাষতে তাৰ ভাঙ্গা জুপুৰী ঘৰটো। ই জলধা বামুন।''

ৰজাই পাত্ৰ-মন্ত্ৰী সকলক আদেশ দিলে যে বামুণৰ

ঘৰ-দুৱাৰ মোৰ ৰাজ প্ৰসাদৰ অনুৰূপ কৰি দিয়া আৰু বামুণ বামুণী যাতে সুখেৰে কাল কটাব পাৰে তাৰ ব্যৱস্থা সোনকালে কৰা। ৰাজাৰ আদেশ মানিবই লাগিব। তথাপি পাত্ৰমন্ত্ৰী সকলৰ মনত আচৰিত ভাৱ থকা যেন গম পাই ৰজাই ক'লে "মন্ত্ৰীসকল, আপোনালোকে বুজা নাই। এই জলধৰ বামুণে মোক যি শিক্ষা দি গল সেই শিক্ষা আজি পৰ্য্যন্ত মই কাৰো পৰা নাই। মই এনে নেকি সেই বুঢ়া বামুণক ইতিকিং কৰাৰ অৰ্থ আপোনালোকে বুজা নাছিল। মোৰ কথাৰ অৰ্থ আছিল এই বামুণে নেকি সেই ব্যাস-বশিষ্ঠ আদিৰ বংশধৰ। বামুণে বুজি পাই আজি মোক শিক্ষা দিলে মোৰ ভাষাৰেই সেয়ে নেকি এই বুলি অৰ্থাৎ সেই হৰিশ্চন্দ্ৰ, ৰামচন্দ্ৰ, নল, যুধিষ্ঠিৰ আদি এই ৰজাৰ উপৰি পুৰুষ। অৰ্থাৎ আজি সেই ৰামো নাই অযোধ্যাও নাই। এই গল্প শুনি সভাত লোকসকলৰ মন পাতল হল। হাহিৰ কোঢ়াল উঠিল।

ইয়াৰ পিছত মই আকৌ মোৰ আগৰ প্ৰস্তাৱকে উত্থাপন কৰিলোঁ; কিন্তু কোনো মীমাংসাত আহিব নোৱাৰি অমীমাংসিত ভাবে সভা শেষ কৰিলো। মই সকলোৰে সন্মান ৰক্ষা কৰি যিটো মীমাংসা কৰিব খুজিছিলোঁ কালক্ৰমে সেইটো এনেয়ে হৈ গ'ল; মাজতে কিছুদিনৰ বাবে তিক্ততা সৃষ্টি হ'ল।



# চতুৰ্থ অধ্যায়

এই সম্পৰ্কত বহুতো সভা সমিতি হৈছিল ; সেইবোৰ বিতংকৈ উল্লেখ কৰাৰ প্ৰয়োজন নাই। কিন্তু এই সম্পৰ্কে বাইহাটা অঞ্চলৰ ননৰা পুখুৰীৰ পাৰত হোৱা এখন সভাৰ কথা উল্লেখ কৰিলো।

ননৰা পুখুৰী কোনে কেতিয়া খান্দিছিল তাৰ আতি-গুৰি এতিয়া লৈকে পোৱা নাই। যি হক এই পুখুৰীৰ পাৰ পাতিদৰং অঞ্চলৰ উমৈহতীয়া ঠাই। সেই অঞ্চলৰ সকলো বাইজৰ মেল সেই পুখুৰী পাৰতে হৈছিল। এতিয়া বাইজৰ মেল হোৱা ঠাইত কৰবা হাইস্কুলৰ ঘৰদুৱাৰ হৈছে। কিছু দোকান পোহাৰো নোহোৱাকৈ থকা নাই।

এই পুখুৰীৰে পূব পাৰত ব্ৰাহ্মণ সকলৰ সভা। সভাপতি আছিল ৺হেমচন্দ্ৰ গোস্বামী। দক্ষিণৰ পাৰত কলিতা সকলৰ সভা। সভাপতি বোধকৰো গৌৰীকান্ত তালুকদাৰ আছিল। হেম গোসাই সভাপতি স্বৰূপে কলিতাৰ সভাখনকো আহি ব্ৰাহ্মণৰ সভাত যোগ দি একেখন সভা পাতিবৰ বাবে অনুৰোধ কৰি পঠালে। কিন্তু তেওঁলোক নাহিল।

ব্ৰাহ্মণৰ পক্ষৰ পৰা ময়ে প্ৰধান বক্তা হলো। মই কলিতাবিলাকক ক্ষত্ৰিয় নহয় বুলি নকলো। মই পুৰাণ আদিৰ পৰা কুলতা দেশ, কুলুত জাতি আদিৰ পৰা কলিতা শব্দ হোৱাৰ কথাকৈ মহাভাৰত কৰ্ণপৰ্বৰ পৰা কলুভৰ অধিপতি ক্ষেমধুৰ্ত্তি ৰাজাৰ কথাকৈ কলিতাবিলাক তেতিয়া ক্ষত্ৰিয় আছিল কিন্তু তেওঁলোকে উপবীত গ্ৰহণ কৰা নাছিল বুলি কৈছিলো।

এইদৰে ক্ষত্ৰিয় আন্দোলন চলি থকাৰ ভিতৰতে দো



সাত পুত্ৰ ।

আগশাৰী—শ্ৰীমান প্ৰফুল্ল ( ১ম ), প্ৰবোধ ( ২য় )
স্বৰ্গীয় ডঃ প্ৰসন্ন গোস্বামী ( ৩য় ),
মাজশাৰী— প্ৰতুল ( ৬ষ্ঠ ), প্ৰভাস ( ৫ ম ) প্ৰমোদ (৪ৰ্থ),
শেষশাৰী— প্ৰদীপ ( ৭ম ) ।

ফুহি পাৰত এটা ব্ৰাহ্ম ভোজন হয়। তাত বহু ব্ৰাহ্মণ একত্ৰিত হৈছিল। ব্ৰাহ্মণ ভোজন বুলিলে আমাৰ চলি অৱস্থাত কিয় যুৱা অৱস্থাতো যি কাৰ্যাৰ কথা বুজা হৈছিল সি এতিয়া সাধুকথাৰ নিচিনা হৈছে। সেই কাৰণে মোৰ নাতি আৰু নাতি স্থানীয় সকলৰ বাবে ব্ৰাহ্মভোজনৰ কথা উল্লেখ কৰিবৰ লোভ সামৰিব নোৱাৰিলো।

সঙ্গতি সম্পন্ন লোকে প্ৰায়ে বছৰত দুটি ব্ৰাহ্মভোজন কৰিছিল। এটা কাতি মাহত নিৰামিষ আৰু এটা মাঘ মাহত সামিষ। নিৰমিষ ব্ৰাহ্মভোজনত কোনো সামিষ বস্তু ব্যৱহাৰ নহৈছিল। যেনে মহৰ গাখীৰ, মহৰ ঘিউ, মাহৰ ডালি ইত্যাদি। সামিষ ব্ৰাহ্মভোজনত মাছ মাংস আদিৰ ব্যৱহাৰ হৈছিল। সাধাৰণ গৃহস্থইও মাজে সময়ে মানস কৰি ব্ৰাহ্ম-ভোজন কৰিছিল। মানস কৰাৰ অৰ্থ কামনা কৰা। কোনেও জটিল পুৰাতন ৰোগ মুক্তিৰ কাৰণে. কোনেও বা পুত্ৰ লাভৰ নিমিত্তে; কিন্তু কোনেও ধনলাভ বা মোকৰ্দমাত জয়লাভ কৰাৰ কাৰণে ব্ৰাহ্মভোজন পতাৰ কথা মনত নপৰে।

যি লোকে ব্ৰাহ্মভোজন কৰিব তেওঁ আগৰ পৰা বস্তু যাৱ সাচি ৰাখে। যেনে পুৰাণ জহাধান, মুগ, মাহ, তিল, তেলৰ বাবে মেহাৰ ইত্যাদি। খাহীও আগৰ পৰা ঘৰত ৰাখি থয়। মাঘত বা ফাগুনত ব্ৰাহ্মভোজন হলে কাতি আঘোণৰ পৰা ইষ্ট কুটুম্বৰ ঘৰত ৰ'ত যি ভাল বস্তু থাকে সেইবোৰ যতন কৰি ৰাখুণ সেমাৰ বাবে ৰাখি থবৰ কাৰণে অনুৰোধ কৰে। যেনে ভাল কল, জৰাটেঙা, আন উপকৰণ দ্ৰব্য, বিশেষকৈ আমলখু ফল। ব্ৰাহ্মণ বৰণৰ নৈবেদ্যত আমলখু ফল দিয়াটো প্ৰায় অপৰিহাৰ্য্য বিষয় আছিল। ব্ৰাহ্ম ভোজনৰ থাটি কৰাৰ পাছত খোলা চাচাৰ কাম আৰম্ভ কৰে।

ঘৰৰ ওচৰত বাহৰ আটীয়াৰ মাজত মুকলি ঠাই থাকিলে খোলাৰ বাবে সেই ঠাইকে প্ৰশস্ত বুলি বিবেচনা কৰা হৈছিল; কাৰণ সেই ঠাইত বতাহ লাগি অনিষ্ট হোৱাৰ সম্ভাৱনা কম আছিল। তেনে ঠাই নাথাকিলে মুকলি পথাৰতে খোলা কৰিছিল। খোলা কৰাৰ অৰ্থ ঠাই ডোখৰ চাচি চুৰকি সমান কৰি, তাৰ ওপৰত চাইন দিয়া, চাৰিওকালে বেৰা দিয়া। মাজ ডোখৰত শাৰীকৈ খুটীয়া মাৰ ইত্যাদি। অনেক সময়ত খুটীয়া পুৰি চৰু পৰি গৈছিল। এই অসুবিধাৰ কাৰণে আমাৰ দিনতে খুটীয়াৰ পৰিবৰ্ত্তে চোকাৰ প্ৰচলন হল। এজনে বাঙ্কি খাৰৰ জোখাৰে সুন্দৰকৈ চৌকা আদ খান্দি জকমকোৱা কৰি ৰাখিছিল।

খোলাৰ চাৰিও কাষে চাউল থৰি, নাও বা আন কোনো ডাঙৰ পাত্ৰত পানী থৈ দিছিল। চৌকা বা খুটীয়াৰ ওপৰত একোটা চৰু আৰু কলৰ দোনাত সাজা সিধা। মাংসৰ সিধা বেলেগ, মাছৰ সিধা বেলেগ, দালিৰ সিধা বেলেগ, মচলাৰ সিধাও বেলেগ। থৰে থৰে সজাই থৈছিল। সিধা সজাৰো নিয়ম আছিল। সকলোৱে সিধা সাজিব নাজানিছিল। সিধা সজাৰ কাৰণে বেলেগ কাৰবাৰী বামুণ আছিল। মাছৰ সিধাৰ দোনাত এমূৰে মাছ, আন মূৰত মাছৰ লগত বান্ধা আঞ্জা। মাংসৰ সিধাতো তেনে এমূৰে মাংস আন মূৰত মাহৰ ডালি। ডালিৰ সিধাতো সেই অনুক্ৰমে এবিধ আন ডালি আৰু এখন বাৰ মিহলী আঞ্জা।

আন বেলেগ ঠাইত ব্ৰাহ্মণ বৰণ আৰু ভাগৱত পাঠৰ স্থান নিৰ্দ্দিষ্ট আছিল। বামুণ সকল যোৱা মাত্ৰে তেওঁলোকৰ চৰণ ধুৱাই দি এটা চৰুত পাদোদক ৰাখিছিল, তাৰ পাছতে বৰণ লোৱা ঠাইত গৈ বামুণ বহিছিল।

ঝৰণ লোৱা ঠাইত গৃহস্থই নিজে বা আন প্ৰতিনিধিৰ দ্বাৰা বাসুদেৱৰ পূজা কৰি আগৰে পৰা ঝৰণ দিবলৈ সাজু হৈ থাকে। ব্ৰাহ্মণ বহা মাত্ৰকে তেওঁক গন্ধ-পুষ্পৰ দ্বাৰা অৰ্চনা কৰি নৈবেদ্য এখন দি ঝৰণ কৰে। ঝৰণ লোৱা হোৱা মাত্ৰে তেওঁ গৈ ভাগৱত পাঠৰ ঠাইত বহে। নিমন্ত্ৰিত বামুণ আহি শেষ নোহোৱালৈ এই অনুক্ৰমে চলি থাকে। ব্ৰাহ্মণ ঝৰণৰ নৈবেদ্যত এটা লগুন আৰু এধাৰ মালাও থাকে।

ঝৰণ লোৱাৰ পাছত বামুণ বিলাক ভাগৱত পাঠৰ ঠাইত বহে। মাজতে ভাগৱতী বহি ভাগৱত পাঠ কৰে। দুই চাৰিজন শ্ৰোতাই মনোযোগ দি শুনে। বাকীবোৰৰ বিশেষ মনোযোগ থকা দেখা নাযায়। নিমন্ত্ৰণী ব্ৰাহ্মণ অহা শেষ হলে ভাগৱত সামৰে। তেতিয়া প্ৰসাদ বিতৰণ হয়। তাৰ পাছত বামুণ সকল খোলালৈ যায় আৰু নিজে নিজে এটা চৌকা লৈ ৰন্ধনৰ কাম আৰম্ভ কৰে। সকলোৱে খোৱা হোৱাৰ পাছত আকৌ আগৰ বহা ঠাইলৈ যায়। সেই সময়ত এক ঘণ্টা বা ডেৰ ঘণ্টাৰ ভিতৰত আন আন সমাজিক কথা বাৰ্ত্তাৰ আলোচনা হয়। শিৱনাথ স্মৃতিতীৰ্থ মহাশয় এই সময় চোৱাত বক্তৃতা দিয়াৰো প্ৰচলন কৰে। এই বক্তৃতাত সাধাৰণ হিচাবে ব্ৰাহ্মণৰ ধৰ্ম-কৰ্ম আচাৰ বিচাৰ ইত্যাদিৰ কথাই থাকে। দো-কুছি ব্ৰাহ্মভোজনত তাৰানাথ চক্ৰৱৰ্ত্তী মহাশয়ে ব্ৰাহ্মণ সমাজৰ পৰা এটা বিৰাট ব্ৰহ্ম যজ্ঞ কৰাৰ প্ৰস্তাৱ কৰে আৰু সকলোৱে আলোচনাত সৰুনদীৰ ফকিৰবাৰী চুপাত গনেশ গোসাই মাটিতে ব্ৰহ্ম-যজ্ঞ কৰাৰ স্থিৰ কৰে আৰু ফকিৰ বাৰীৰ নাম পৰিৱৰ্ত্তন কৰি তাৰ নাম ফুলবাৰী দিয়া হয়। মই সেই ব্ৰহ্মভোজনত উপস্থিত নাছিলো আৰু এইবিলাক কথাবোৰ আগতে গম পোৱা নাছিলোঁ। গতিকে এই বিষয়ৰ

লগত মোৰ কোনো সহানুভূতিও নাছিল। পাছত ঘটনা চক্ৰত মই তাত জড়িত হৈ পৰিলোঁ। আৰু বিৰাট ব্ৰহ্মযজ্ঞৰ দায়িত্ব মোৰ ওপৰত কেনেকৈ পৰিল এতিয়া তাৰে কথা কম।

ফুলবাৰীত ৺পুষ্প কান্ত শাস্ত্ৰীৰ ৰমানন্দ পাঠশালাত ব্ৰহ্মযজ্ঞ সম্বন্ধে স্থিৰ সিদ্ধান্ত লবলৈ এখন সভা পাতি ভাবানাথ চক্ৰবৰ্ত্তী আৰু ৺পুষ্প কান্ত শাস্ত্ৰী মোক সভাপতি কৰি নিবলৈ আহিল। মই যাবলৈ সন্মত নোহোৱাত সৰু গোসাইক ধৰিলে। তেওঁ সেই সময়ত নলবাৰীত আছিল। সৰুগোঁসাই ইন্দ্ৰেশ্বৰ ৺ৰঠাকুৰক লগত লৈ সভালৈ গল। সভাত ব্ৰহ্ম যজ্ঞ কৰা স্থিৰ হোৱা বুলিও শুনিলো। তাৰ আগেয়ে কলিতা সমাজ ব্ৰহ্ম যজ্ঞৰ বিৰোধী হৈছিল। সেই দেখি কলিতা সমাজকো ক্ষত্ৰিয় হোৱা সকলক বাদে ব্ৰহ্মযজ্ঞৰ ভিতৰুৱা কৰিবৰ অৰ্থে চান্দকুছিত এখন সভা কৰাৰ স্থিৰ কৰি মোক সভাপতি পাতি থলে। চান্দকুছিত সভা পতাৰ অৰ্থ চান্দকুছিৰ বৰুৱা বংশ কলিতা সমাজত শ্ৰেষ্ঠ সন্মানৰ অধিকাৰী। তেওঁলোক ব্ৰহ্ম যজ্ঞৰ তথা ব্ৰাহ্মণ সমাজৰ পক্ষপাতী হলে ক্ষত্ৰিয় নোহোৱা কলিতা সকলোয়ে যোগ দিব।

সৰুগোসাই আহি মোক সভাপতি পতাৰ কথা কলে আৰু সভালৈ যাবলৈও অনুৰোধ কৰিলে। মই ভাবি দেখিলো যে ব্ৰাহ্মণ সমাজৰ পৰা বেলেগ হৈ থকা মোৰ পক্ষে উচিত নহব। যিহেতু ব্ৰাহ্মণ সমাজত মোৰ তেতিয়া মুখ্য স্থান আছিল। ইত্যাদি কাৰণত মনে মনে সভাপতি হোৱাকে স্থিৰ কৰিলোঁ। ইয়াৰ দুই চাৰিদিন পাছত চক্ৰবৰ্ত্তী আহি মোক সভাপতি পাতি চান্দকুছিত সভা পতাৰ কথা কলে। মই সন্মতি প্ৰকাশ কৰিলোঁ আৰু সভাৰ দিনা তাত গৈ

উপস্থিত হম বুলিও কলোঁ। সভাৰ নিৰ্দ্দিষ্ট দিনত চক্ৰবৰ্ত্তী আৰু পুষ্প শাস্ত্ৰী আহি মোৰ ঘৰত উপস্থিত হল। তেওঁ-লোকৰ লগত সভালৈ গলো। সভা পাতিছিল ভাগ্য মল্ল বৰুৱাৰ ঘৰত। সকলো মিলি এশ মান ব্ৰাহ্মণ উপস্থিত আছিল।

বৰুৱা পৰিবাৰৰ আৰু আন লোকৰ অনুৰোধত আৰু বিশেষকৈ ৺মুকুন্দ মল্ল বৰুৱাৰ সৌজন্য আৰু বিনয় ব্যৱহাৰত মই মুগ্ধ হলোঁ। গৃহস্বামী ভাগ্য মল্ল বৰুৱা আৰু তেওঁৰ ভাতৃ গদামল্ল বৰুৱাইও আমাক অনেক প্ৰকাৰে বিনয় প্ৰকাশ কৰি চাহ খুৱালে। ৺মুকুন্দ মল্ল বৰুৱা তেতিয়া বয়সীয়া বুঢ়া মানুহ। তেওঁ যথা যোগ্যৰূপে যি পাৰে যজ্ঞত সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিলে আৰু যজ্ঞৰ সময়ত তেওঁ সেই প্ৰতিশ্ৰুতি ভালদৰে ৰক্ষা কৰিছিল। ১৫ দিন থকাৰে পৰা দিনে একোবাৰকৈ খবৰ লৈছিল আৰু মানুহ-দুনুক মাতি বুলি আনি খৰি-পাত আদিৰে পৰা যেতিয়াই যি আৱশ্যক হয় পাৰে মানে তাৰ সহায় কৰিছিল। ৺মুকুন্দ মল্ল বৰুৱাই এইদৰে যজ্ঞৰ প্ৰতি সহানুভূতি দেখুৱাত ক্ষত্ৰিয় নোহোৱা ান কলিতা সকলেও ক্ৰমে আহি যোগ দিলে।

যজ্ঞ কৰা যাব কেনেকৈ আৰু যজ্ঞ কি ইত্যাদি বিষয় সকলো অজ্ঞ। মন্ত্ৰো অজ্ঞতম। তাৰ পাছত মোৰ মনত বুদ্ধি খেলিলে। মই পুষ্পকান্ত শাস্ত্ৰীক কৈ যি ঠাইত যজ্ঞ হব সেই ঠাইত অকিচ ঘৰ বুলি এটা ঘৰ বন্ধালো। ঘৰটোত দুটা কোঠা হল। ঘৰ ওলোৱা মাত্ৰে যজ্ঞলৈ তিনিমাহ আগতে মই গৈ তাত বাহা কৰিলো। ৰাতি দিনে তাতে থাকো আৰু যজ্ঞৰ বাবে মহাভাৰত আদিত পঢ়া কথা অনুসাৰে বাঁহ বন খুজি আনি কেইটামান ঘৰ কৰাবৰ চেষ্টা কৰিলো। সেই ঘৰ খিলাককে পাচত ৰন্ধা ঘৰ, ভঁড়াল ঘৰ, স্বেচ্ছাসেৱকৰ

ঘৰ আদি কৰিলো। পাছত আৰু ঘৰ কৰিব লগা হৈছিল। এইদৰে ঘৰ আদি হয় ধৰাত বিশেষকৈ মই ৰাতি দিনে তাত থকিবলৈ লোৱাত মানুহৰ মনত বিশ্বাস আহিল যে ইয়াত নিশ্চয় কিবা এটা হয়। কথা ওলাল যে এই যজ্ঞৰ অগ্নি শিখা নলবাৰীৰ পৰা দেখা যাব। নলবাৰী যজ্ঞস্থানৰ পৰা সৰল-ৰেখা ক্ৰমে হলেও পাচ মাইল দূৰ হব। এইবোৰ গুজৱ কেনেকৈ ওলাল কব নোৱাৰো। যজ্ঞ কাৰ্য্য চলাবৰ মই দুইশ স্বেচ্ছাসেৱক নিযুক্ত কৰিলো। তাবে ১৫০ বামুণ ল'ৰা; টোলত পঢ়া আৰু নপঢ়াও। ৫০ জন ললো তাওৰ দীঘল সৰল অইন ডেকা। এই স্বেচ্ছাসেৱক সকলো ওচৰৰে গাওঁৰ। তেওঁলোকৰ ভিতৰত এজন প্ৰধান লোক আছিল, তেওঁৰ নাম ৺ঘনকান্ত পণ্ডিত। অৱস্থাও বৰ ভাল আছিল। ওচৰৰ প্ৰায় বামুণে তেওঁৰ ধৰুৱা আছিল। গাওঁৰ স্বেচ্ছাসেৱক লোৱাত মই তেওঁৰ পৰামৰ্শ লৈছিলো।

তেতিয়া সেই গাওঁৰ সামাজিক অৱস্থা অলপ হীন আছিল। এই হীন ভাবটো আমাৰ সমাজৰ বঙ্গদেশত পঢ়ি অহা ডেকা পণ্ডিত সকলে প্ৰবল কৰি তুলিবৰ চেষ্টা কৰিছিল; কিন্তু আমাৰ দেশত তেওঁলোক অচল নাছিল। সত্ৰবিলাকত তেওঁলোকৰ জাতিৰ ভকতসকলৰ অধিকাৰ আছিল। যজ্ঞৰ বাবে তেওঁলোকক স্বেচ্ছাসেৱক হিচাবে লোৱাত সামাজিক হীন ভাবটো প্ৰচাৰ কৰিবৰ চেষ্টা কৰাত মই পণ্ডিত সমাজক বেয়া পালো; আৰু পণ্ডিত সমাজেও মোৰ ওচৰত অসন্তুষ্টি প্ৰকাশ কৰিছিল। মই তেওঁলোকক বুজালো যে শাস্ত্ৰত হীন বুলি কোৱা সকল মদাশুণ্ডি; মদ তৈয়াৰ কৰা তেওঁলোকৰ জীৱিকা। কিন্তু আমাৰ দেশৰ সকল সোম-শুণ্ডি। যজ্ঞ কাৰ্য্যৰ বাবে সোম তৈয়াৰ কৰা তেওঁলোকৰ ব্যৱসায়। সৌভাগ্য

ক্ৰমে 'কলিতা-ক্ষত্ৰিয় আন্দোলনৰ সময়ত জাতি সম্বন্ধে বহুত তথ্য বিচাৰি পুৰাণ, ভাৰত আদি শাস্ত্ৰ আৰু বৰ্ণসংকৰ জাতি প্ৰভৃতিৰ বিৱৰণ পঢ়ি মই উক্ত কথাৰ গম পাইছিলো। মোৰ এই যুক্তি, লোক অসন্তুষ্ট কৰিলে যজ্ঞৰ ভাব লব পাৰে দ্বিতীয় লোক গোৱাও টান আৰু ঘনকান্ত পণ্ডিতৰ ধকৱা সকলেও ঘনকান্ত পণ্ডিতে বেয়া পোৱাৰ ভয় ইত্যাদি নানা কাৰণত এই বিদ্বেষ ভাব প্ৰকাশো প্ৰকাশ পাই কোনো বিঘ্ন ঘটাব নোৱাৰিলেও কিছু মানৰ মনত এটা খুন্দুৰনি ভাব থাকি গল। পাছত যজ্ঞৰ সময়তে মই এইবোৰ কথা ফুটা মাৰি থলো। সি পাছত প্ৰকাশ পাব।



## পঞ্চম অধ্যায়

গুৱাহাটী লোকেলবোৰ্ডৰ কিছু কাল মই মেম্বাৰ আছিলো। নলবাৰীৰ পৰা মই আৰু ৺প্ৰতাপ নাৰায়ণ চৌধুৰী আমি দুইজন একে সময়তে লোকেলবোৰ্ডৰ মেম্বৰ আছিলো। মই নিৰ্বাচিত আৰু তেওঁ গৱৰ্ণমেণ্টৰ মনোনীত। আমি দুয়ো একে লগে গুৱাহাটীলৈ যাও আৰু একে লগে থাকো। মই ভাত ৰান্ধো আৰু দুয়ো একেলগে খাওঁ। সেই সময়ত আমি দুয়োজনে একে লগে নলবাৰী অঞ্চলৰ ৰাস্তা-ঘাট, পুখুৰী, স্কুল আদিৰ উন্নতিৰ অৰ্থে যি পাৰো যত্ন কৰিছিলো আৰু কিছু পৰিমানে কৃতকাৰ্য্যও হৈছিল। অন্য অঞ্চলৰ প্ৰতিও আমাৰ সজাগ দৃষ্টি আছিল। কোৱা বাহুল্য সেই সময়ত লোকেল বোৰ্ডৰ মেম্বৰৰ বোৱা, আহা, থকা, খোৱা আদিৰ

কাৰণে বোৰ্ডৰ পৰা কোনো খৰছ লোৱাৰ নিয়ম নাছিল ? আমিয়ে খৰছ লোৱা নাছিলো। এতিয়া কিবকৈ কব নোৱাৰো সমস্ত কথা মনতো নপৰে আৰু লিখিবও নোৱাৰো। এটা কথা হলে এতিয়াও মনত আছে। লোকেলবোৰ্ডৰ মেম্বৰ বৰদুৱাৰ চাহ বাগিচাৰ মেনেজাৰ গিলম্যান চাহাবৰ লগত মৰ তৰ্ক-বিতৰ্ক হৈছিল। বিষয়টো আছিল — গৱৰ্ণমেন্ট খোৱা পানীৰ বাবে দিয়া টকাৰে চাহাবে ৰাস্তা কৰিব খুজে। অসমৰ মানুহে ভাল পানীৰ মূল্য বুজিব পৰা হোৱা নাই। তেওঁ হেনো গাৱঁৰ পুখুৰীত এজনী ভিৰোভাই প্ৰসাৱ কৰা নিজ চকুৰে দেখিছে। এই যুক্তিটো সকলো পুখুৰীতে খাটে এই কথা মই স্বীকাৰ কৰিব নোৱাৰো। তাৰ পাছত কথাটো পৰিষ্কাৰ হৈ ওলাই পৰিল যে তেওঁ এই টকাৰে পলাশবাৰী-বৰদুৱাৰ ৰাস্তা পকা কৰিব খোজে। এনেকুৱা বহুতো কথা আছে। সেইবোৰ এতিয়া মনত নপৰে। গতিকে লোকেলবোৰ্ডৰ কথাৰ ইয়াতে সামৰণি মাৰো। কালিৰাম বৰ্মা উকিল কৈ গুৱাহাটীলৈ অহাত মোৰ পৰিবৰ্ত্তে আমাৰ এই অঞ্চলত তেওঁ মেম্বৰ হলে অধিক কাম হব ভাবি মই আৰু লোকেল বোৰ্ড নিৰ্বাচনত থুঠি তেওঁকে মেম্বৰ পাতিছিলো। তেওঁ মেম্বৰ হলে ভাইচ চেয়াৰম্যান হব পাৰিব বুলি আশাও আছিল।

গাৱঁলীয়া কৰ্ত্তৃপক্ষ সমাজত (ভিলেজ অথৰিটী) বহুদিন মই চেয়াৰম্যান আছিলো। সেই সময়তো মোৰ সমাজ সেৱাৰ অৱদান কম নাছিল। গাৱলীয়া মানুহৰ সহযোগত সৰু ডাঙৰ দুয়ো বিধৰ ১৩টা পুখুৰী হৈছিল। মটৰ যাব পৰা মাবে সাতাইশ মাইল ৰাস্তা হৈছিল। পানী ওলাই যাব পৰা তিনি মাইল দীঘল এটা জান খন্দা হৈছিল। এই বোৰৰ বাবে চৰকাৰী সাহায্য অতি কম আছিল। এইবোৰ

লিখি প্ৰবন্ধ দীঘল কৰিব নোখোজো। এই খিনি লিখি দিলো মোৰ পুত্ৰ শ্ৰীমান প্ৰমোদ চন্দ্ৰৰ ইচ্ছানুসাৰে। মোৰ জীৱনীৰ তৃতীয় খণ্ড ইয়াতে শেষ হল।

চতুৰ্থ খণ্ডত ৰাজনীতিৰ কথা লিখিব খুজিছিলোঁ। বহুত আগতে। কিন্তু বহুদিনৰ পৰা ৰাজনীতিৰ পৰা আঁতৰত থাকি এতিয়া আকৌ তাৰ ভিতৰলৈ যাবৰ মন নোহোৱা হৈছে। মোৰ ৰাজনৈতিক জীৱন আৰম্ভ হৈছিল আসাম এচোচিয়েচনৰ মেম্বৰ স্বৰূপে। ৰাজনৈতিক গুৰু আছিল সেই সময়ৰ আসামৰ অদ্বিতীয় ৰাজনৈতিক পুৰুষ ৺মাণিক চন্দ্ৰ বৰুৱা।

ৰাজনৈতিক জীৱন শেষ হল কংগ্ৰেছৰ ভিতৰেদি। কংগ্ৰেছ ভলন্টিয়াৰৰ পৰা নেতা হলোগৈ। তাৰ পাচত বৰদলৈ আৰু ফুকন ফাটেকত থকাত ১৯২১।২২ চনত একবছৰৰ কাৰণে প্ৰাদেশিক কংগ্ৰেছৰ সভাপতিও হলো। এই দীৰ্ঘ কাল ছোৱাত মই বহুতো ঘটনাত সংশ্লিস্ট আছিলো; বহুতো কাৰ্য্য কৰিব লগীয়াও হৈছিল। তাৰ ভিতৰত মোৰ প্ৰিয়-অপ্ৰিয় অনেক কাম আছিল। অৱশ্যে সেইবোৰ উল্লেখ নকৰো। ইয়াতে মোৰ জীৱন স্মৃতিৰ কথাও শেষ কৰিলো। ইতি

**ওঁ শান্তিঃ ওঁ শান্তিঃ ওঁ শান্তিঃ।**



# পৰিশিষ্ট—(১)

## জন্মচক্র



# পৰিশিষ্ট—(২)

## —সংক্ষিপ্ত বংশ পৰিচয়—

শ্ৰীশ্ৰীনিত্যানন্দ মহাপ্ৰভুৰ বংশজ

ৰামদেৱ গোস্বামী
|
বাসুদেৱ গোস্বামী
|
ৰামসৰস্বতী বিদ্যানিধি
|
হৰমোহনদেৱ
|
ৰুদ্ৰমোহনদেৱ
|
মাধৱকন্দলী
|
নাৰায়ণদেৱ
|
বাসুদেৱ
|
কৃষ্ণনাৰায়ণ
|
ললিতচন্দ্ৰ
Λ
প্ৰতাপচন্দ্ৰ শৰৎচন্দ্ৰ
|

শ্ৰীমান প্ৰফুল্ল গোস্বামী, অসম কংগ্ৰেছ সভাপতি।

শ্ৰীপ্ৰবোধ চন্দ্ৰ গোস্বামী, অধ্যক্ষ মঙ্গলদৈ কলেজ।

৺প্ৰসন্ন চন্দ্ৰ গোস্বামী, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰাক্তন কলেজ পৰিদৰ্শক আৰু কটন কলেজৰ প্ৰাক্তন অধ্যক্ষ।

শ্ৰীপ্ৰমোদ চন্দ্ৰ গোস্বামী, ডাইৰেক্টৰ অৱ চইল কনজাৰভেচন।

শ্ৰীপ্ৰভাস চন্দ্ৰ গোস্বামী, ডাইৰেক্টৰ, এগ্ৰো ইকনমিক ৰিচাৰ্চ চেন্টাৰ।

শ্ৰীপ্ৰতুল গোস্বামী, অধ্যাপক, গুৱাহাটী মেডিকেল কলেজ।

শ্ৰীপ্ৰদীপ চন্দ্ৰ গোস্বামী, শিক্ষক নলবাৰী গৰ্ডন হাইস্কুল।

এই বংশৰে জীৱিত কৃতী লোক সকলৰ ভিতৰত আছে স্বৰ্গীয় প্ৰতাপ চন্দ্ৰ গোস্বামীৰ অনুজ স্বৰ্গীয় শৰৎ চন্দ্ৰ গোস্বামীৰ দুহিতা খ্যাতনামা গল্প লিখিকা শ্ৰীসুপ্ৰভা গোস্বামী আৰু আন এটা শাশ্বত জন্ম ধ্ৰুপদ সঙ্গীত অধিবক্তা শ্ৰীশচী গোস্বামী, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু নলবাৰী কলেজৰ প্ৰাক্তন অধ্যক্ষ শ্ৰীত্ৰৈলোক্য গোস্বামী, মনিকুল আশ্ৰমৰ অধ্যক্ষ বিশিষ্ট সংস্কৃত পণ্ডিত শ্ৰীবিপিন চন্দ্ৰ গোস্বামী, চচিয়েলিষ্ট পাৰ্টিৰ সাধাৰণ সম্পাদক শ্ৰীবিশ্ব গোস্বামী আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ড: উপেন গোস্বামী।